অসম সাহিত্য সভাৰ দ্বাৰা অনুষ্ঠিত চন্দ্ৰকুমাৰ আগৰৱালা
জন্ম-শতবাৰ্ষিকী উপলক্ষে

# চন্দ্ৰকুমাৰ

( জীৱনী )

প্ৰণেতা
জ্যোতিপ্ৰসাদ আগৰৱালা

জ্যোতিপ্ৰসাদ সোঁৱৰণী সন্থা
তেজপুৰ, অসম

CHANDRAKUMAR—Life sketch of Chandrakumar Agarwala written by Late Jyotiprasad Agarwala and published by Shree Tarunkumar Agarwala on behalf of the Jyoti Memorial Trust Board, Tezpur.

প্ৰকাশক :—
জ্যোতিপ্ৰসাদ সোঁৱৰণী সন্থাৰ হৈ
শ্ৰীতৰুণকুমাৰ আগৰৱালা
শিলপুখুৰী, নিউ প্ৰেছ,
গুৱাহাটী-৩

চিত্ৰশিল্পী :—
শ্ৰীশৰৎচন্দ্ৰ বৰুৱা
উজানবজাৰ, গুৱাহাটী

প্ৰথম প্ৰকাশ
নৱেম্বৰ, ১৯৬৭

মূল্য—তিনি টকা

ছপা কৰোঁতা :—
শ্ৰীসোণাৰাম বেজ
নিউ প্ৰেছ,
গুৱাহাটী-৩



# আমাৰ কথা

প্ৰতিমাৰ খনিকৰ চন্দ্ৰকুমাৰ আগৰৱালাদেৱৰ জীৱনী গ্ৰন্থখনি বহু দিনৰে পৰা প্ৰকাশ কৰাৰ কথা ভবা হৈছিল যদিও নানা কাৰণত ছপা হৈ উঠা নাছিল। এতিয়া ২৮ নৱেম্বৰত চন্দ্ৰকুমাৰৰ জন্ম-শতবাৰ্ষিকী দিবস উপলক্ষে পুথিখনি ৰাইজৰ আগত আগবঢ়াবলৈ পাই আমি আনন্দিত হৈছোঁ।

এইখিনিতে উল্লেখযোগ্য যে জ্যোতিপ্ৰসাদে চন্দ্ৰকুমাৰ আগৰৱালাদেৱৰ এখন আহলবহল জীৱনী লিখিবলৈ সঙ্কল্প কৰিছিল আৰু এই পুথি সেই গ্ৰন্থৰ প্ৰথম খণ্ডহে। দুখৰ বিষয় ৰূপকোঁৱৰৰ অকাল মৃত্যুত তেওঁৰ হাবিলাষ পূৰ্ণ নহল আৰু গ্ৰন্থখন সম্পূৰ্ণ হবলৈ নেপালে। তথাপি সম্পূৰ্ণ নহলেও এই পুথিকেই প্ৰতিমাৰ খনিকৰৰ জীৱন-দাপোণ স্বৰূপে আমি ৰাইজলৈ আগবঢ়ালো।

চন্দ্ৰকুমাৰৰ জীৱনী জ্যোতিগ্ৰন্থমালাৰ ৭ম গ্ৰন্থ আৰু জ্যোতিপ্ৰসাদ সোঁৱৰণী সন্থাই আগবঢ়োৱা চতুৰ্থ অৰ্ঘ্য।

চন্দ্ৰকুমাৰৰ জীৱনী তেখেতৰ নিজা ছপাশাল 'নিউ প্ৰেছ'ৰ পৰা তেখেতৰ সুযোগ্য পুত্ৰ শ্ৰীতৰুণকুমাৰ আগৰৱালাদেৱৰ দ্বাৰা প্ৰকাশিত হৈ ওলোৱাটো আনন্দৰ কথা।

কিতাপখনি ছপা কৰোতে শ্ৰীযুত অতুলচন্দ্ৰ হাজৰিকা ডাঙৰীয়াই দিহা পৰামৰ্শ দি আহিঁ-কাকত চাই দিছে। তেখেতক শলাগ জনালো। শ্ৰীযুত নিত্যানন্দ বৰদলৈদেৱে কিতাপখনিৰ পাণ্ডুলিপি যুগুতাই দি যথেষ্ট সহায় কৰিছে। তেখেতকো শলাগ জনালোঁ আৰু বেটুপাতৰ ছবি আঁকি দিয়া বাবে শিল্পী শ্ৰীমান শৰত বৰুৱালৈকো আমাৰ অন্তৰভৰা শলাগ জনালো। ইতি—

তেজপুৰ
২৮ নৱেম্বৰ ১৯৬৭

শ্ৰীকমলাপ্ৰসাদ আগৰৱালা—সভাপতি
শ্ৰীপদ্মা আগৰৱালা—সম্পাদিকা
জ্যোতিপ্ৰসাদ সোঁৱৰণী সন্থা, তেজপুৰ

## জ্যোতিপ্ৰসাদ সোঁৱৰণী সন্থা
তেজপুৰ, অসম

সদস্যসকল ঃ—

শ্ৰীকমলাপ্ৰসাদ আগৰৱালা—সভাপতি

শ্ৰীমতী পদ্মা আগৰৱালা—সম্পাদিকা

শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা

শ্ৰীঅমিয়কুমাৰ দাস

শ্ৰীভূপেন হাজৰিকা

শ্ৰীমতী নীৰা ডোগ্ৰা

শ্ৰীমতী অন্নপূৰ্ণা বৰুৱা

শ্ৰীমতী মীনা আগৰৱালা

শ্ৰীবিবেকানন্দ আগৰৱালা

শ্ৰীহৃদয়ানন্দ আগৰৱালা

শ্ৰীবিষ্ণুপ্ৰসাদ ৰাভা

শ্ৰীফণী শৰ্ম্মা

শ্ৰীভৰত বৰপূজাৰী



ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা

"জোনাকী যুগৰ 'চন্দ্ৰ'
'প্ৰতিমা'ৰ খনিকৰ
হাতত 'বৰাগী-বীণ'
দাৰ্শনিক কৱিবৰ।

বংশগত ব্যৱসায়
চাহখেতি, চেপাকল,
সমূলি নেপায় ভাল
বাহিৰৰ কোলাহল।

নিজানৰ কৰ্ম্মযোগী
মহাত্মাৰ উপাসক,
প্ৰাচীন 'কীৰ্ত্তন-ঘোষা'
'ভাগৱত' প্ৰকাশক।

'লক্ষ্মী', 'হেম' জীৱনৰ অভিন লগৰী,
আনন্দ তীৰ্থৰ যাত্ৰী মানৱ-পূজাৰী।"

শ্ৰীঅতুল হাজৰিকা

# পাতনি

Leave him— Still loftier than the world
Suspects—
Living & Dying—
—"Browning"—

বৰ্ত্তমান অসমীয়া সাহিত্যৰ প্ৰাৰম্ভণিতে প্ৰথমেই চিন্তাধাৰা ভাবধাৰা আৰু কৰ্ম্মধাৰাৰ জোনাকেৰে চন্দ্ৰকুমাৰে অসমীয়া সাহিত্যৰ আন্ধাৰ গুচোৱা জোনাকী যুগৰ সূচনা কৰিবলৈ কিমানখিনি দান কৰিলে তাক ভালকৈ জানিছিল লক্ষ্মীনাথ বেজবৰুৱাই, হেম গোসাঁয়ে, ৰজনী বৰদলৈ আৰু সমসাময়িক অসমীয়া সাহিত্যিকসকলে। বৰ্ত্তমান অসমীয়া সাহিত্যই প্ৰথম অৱস্থাতে যেতিয়া আন্ধাৰত বাট নেদেখি দিগবিদিগ মনিব নোৱাৰি থমক খাই ৰৈ আছিল, সেই সময়তে ছাত্ৰ চন্দ্ৰকুমাৰে "জোনাকী"ৰ উজ্বল সলিতাগছি জ্বলাই সাহিত্যত পোহৰ পেলাই দিলে ক্ষীণ চন্দ্ৰালোকৰ দৰেই আৰু সেই পোহৰতে বেজবৰুৱা, হেম গোসাঁই, ৰজনী বৰদলৈকে আদি কৰি সেই যুগৰ সাহিত্য কোঁৱৰসকলে। ইজনে সিজনক চিনি, জোনাকী চাকিটিৰ চাৰিওফালে গোট খাই অসমীয়া সাহিত্যৰ উন্নতিৰ বৰসবাহ পাতি নাম ধৰিবলৈ সুবিধা পাই ওলাল। 'জোনাকী'ৰ পোহৰতে আৰু সেই বন্তিগছিৰ চাৰিওকাষে গোট খাই মিলিজুলি বৰ্ত্তমান অসমীয়া সাহিত্যৰ ওজাকেজনে অসমীয়া সাহিত্যৰ মৃতসঞ্জীৱনী মথি উলিয়াই অসমীয়া সাহিত্যক নৱ জনম দি অসমীয়া সাহিত্যৰ উপবনখনি ফলে-ফুলে জাতিষ্কাৰ কৰি থৈ গৈছে।

"জোনাকী" চাকিটিৰ পোহৰতে লগৰীয়াসকলক সাহিত্য চৰ্চ্চা কৰিবলৈ সুচল লগাই দি চন্দ্ৰকুমাৰে জোনাকী চাকিটিৰ গছাৰ তলৰে ছাঁতে বহি, বৰকৈ মানুহৰ চকুত নপৰাকৈয়ে থাকি ছাঁৰে পৰা অসমীয়া সাহিত্যৰ উন্নতিৰ মন্ত্ৰ সাধন কৰিবলৈ চিন্তা

আৰু কৰ্ম্মত নিমগ্ন হল। আঁৰে আঁৰে চন্দ্ৰকুমাৰে অসমীয়া সাহিত্যৰ হকে নীৰৱে কাম কৰি যাবলৈ ধৰিলে। গোটেই জীৱন জুৰি চন্দ্ৰকুমাৰে যি সাধনা কৰিলে তাৰে সুফল আজি পত্ৰে-পুষ্পে বিকশিত হৈ অসমীয়া সাহিত্যৰ ফুলনিখনি আমোলমোলাই থৈছে। "প্ৰতিমা" আৰু "বীণবৰাগী" দুজোপা সোণৰ ৰূপৰ ফুল গছৰ দৰে জকমকাই অসমীয়া সাহিত্যৰ কৱিতাৰ মূল্য ভাষাত সোণ-সেৰীয়া আৰু ভাবত হীৰামূলীয়াকৈ থৈছে।

চন্দ্ৰকুমাৰৰ আজি জীৱনী আলোচনা কৰিবলৈ হলে, আমি চন্দ্ৰকুমাৰৰ ব্যক্তিত্বৰ কেউপিঠি ফঁহিয়াই চাব লাগিব। চন্দ্ৰ কুমাৰৰ জীৱনৰ খোঁটালীবোৰৰ প্ৰত্যেকতে সোমাই চাই গলেহে আমি কৱিতা ফুলনিৰ ফুলপাত লতাই আবৰি ঢাকি থোৱা চন্দ্ৰ-কুমাৰৰ জীৱনৰ "বঙলা ঘৰটোৰ" বিষয়ে ভালকৈ সম্ভেদ পাম আৰু সেই ঘৰটোত থকা চন্দ্ৰকুমাৰৰ স্বৰূপটো ভালকৈ চিনিব পাৰিম।

চন্দ্ৰকুমাৰৰ ব্যক্তিত্ব আৰু জীৱন ভালকৈ বুজিবলৈ হলে আমি চন্দ্ৰকুমাৰ যি বংশত জন্ম লৈছিল সেই বংশৰ কৃষ্টি-সংস্কৃতি বুদ্ধি আৰু মানসিকতা উত্তৰাধিকাৰী সূত্ৰে পাই আৰু সেই বংশৰ প্ৰভাৱেৰে প্ৰভাৱান্বিত আৰু বংশৰ পৰা পোৱা মানসিক আৰু আধ্যাত্মিক উৎকৰ্ষই কেনেকৈ চন্দ্ৰকুমাৰৰ জীৱনত যোগান ধৰিলেহি তাক আগতে চাই জানি লব লাগিব। তেতিয়া হলে আমি চন্দ্ৰ-কুমাৰক বুজিবলৈ আৰু সুবিধা পাম।

কৱি চন্দ্ৰকুমাৰে এটা কথা ভালকৈ বুজিছিল যে কৱিতাৰ ফুলবোৰ জকমকাই ফুলাই ৰাখিবলৈ হলে কৱিতাৰ সপোন দেখি থাকিলেই নহয়। সেই ফুল দিঠকত ফুলাবলৈ হলে কৱিতা-বলিয়া মনটোক ঘোৰ সংসাৰী মন কৰি লৈ চহা হৈ কপালৰ ঘাম ভৰিত পেলাই, কটুৰ মাটি চহাই ৰদে-বতাহে দুখ কৰি, সংসাৰৰ গৃহস্থৰ ঘৰে ঘৰে মাগিখুজি বিচাৰি ভাবৰ গুটি আনি ৰুই তাক যতন আৰু আপডাল কৰি, সেই ফুল গছৰ বন-জাবৰ নিৰাই তাতে বতাহ-বৰষুণত ভিতি-বুৰি কোৰ-কটাৰী মাৰি থাকিলেহে আৰু উৎকৰ্ষণৰ সাৰ-গোবৰ দিব পাৰিলেহে কৱিতাৰ ফুল বৰ একো-পাহ হৈ সংসাৰী গৃহস্থৰ বৰফুলনিখনত ফুলিব আৰু সাহিত্য আকাশ আমোদিত কৰিব।



এই ডাঙৰ কথাটো উপলব্ধি কৰিছিলে চন্দ্ৰকুমাৰে। সেইহে প্ৰতিমাৰ কৱি আৰু বীণ বৰাগীৰ গায়ক চন্দ্ৰকুমাৰ সংসাৰী হিচাপে কৰ্ত্তব্যকঠোৰ।

আমাৰ সাধাৰণতে বহুতৰ ধাৰণা যে কৱি, সাহিত্যিক শিল্পীবোৰ তন্দ্ৰাঅলস, সপোনমগন, সংসাৰী। কৰ্ত্তব্যলৈ বিমুখ আৰু সংসাৰৰ কাৰণে সিহঁত কিছুমান অনাৱশ্যক জীৱ। ই অকল কথাৰ গুৰি দকৈ নভৱা লোকৰ ভাব বা ধাৰণাহে বুলি কলেই এই ধাৰণাৰ ভ্ৰান্তিৰ মাত্ৰা আমি বুজাব নোৱাৰিম। এই ধাৰণা কেৱল মাত্ৰ মূৰ্খতা অজ্ঞতা আৰু অবিদ্যাজনিত বুলিলেহে এই ধাৰণাৰ ভ্ৰান্তিৰ মাত্ৰা আমি কিছুদূৰ বুজাব পাৰোঁ।

কৱিতা দীঘে আৰু গদ্য বাণিয়ে দিয়েই সংসাৰৰ মায়াজাল-খন তৈয়াৰী। কৱিতাময় জীৱনৰ ভাগ আৰু গদ্যময় জীৱনৰ ভাগ একে উশাহতে ভগাব নোৱাৰি। ই Inter-existent. গদ্যৰ মাজতে কৱিতা থাকি জীৱনক কৰিছে ৰসাল, জীপাল আৰু তেজাল। গদ্যৰ দুখৰ ঘামৰ টোপালৰ পানী নিজৰি পৰি কৱিতা ফুলগছক জীয়াই ফুলাম কৈ থৈছে। গদ্যময় কঠোৰ মাটিত কৱিতাৰ ফুলগছ আৰু এই ফুল গছে সেই গদ্য মাটিৰ ৰস খাইহে কৱিতাৰ ফুল-পাত ফুলাইছে। লতা পাত বন উপবন হৈছে সাহিত্য। জগতৰ এই কৱিতাময় ফল-ফুল বন উপবন গদ্যময় ৰীতিৰে প্ৰতিপালিত হৈ থাকি গদ্যময় সংসাৰখনক কৱিতাৰ ৰস যোগাইছে, জীৱনৰ আহিলা যোগাইছে। গদ্যে-পদ্যেই জীৱন। কৱিতাৰ ভিতৰেদি অহা কৱি ভাবুকৰ ভাবেই গদ্যময় ৰাষ্ট্ৰবিপ্লৱৰ সৃষ্টি কৰি "বিকট-দশনা সংসাৰ দৈত্যক" ৰুদ্ৰৰূপে জগাই দিছে। আকৌ সেই দৈত্যয়েই মানৱৰ আদৰ্শৰ কল্পনাৰ কৱিতাময়ী লখিমীক মূৰত ভাৰ বৈ কোনোবা লোকৰ পৰা আনি মানুহক মঙ্গল দানিছে। সত্য সুন্দৰ শিৱ এই তিনিয়েই কৱিতা। কৱিতা এই তিনিৰ থিত লোৱা ৰূপ। অসত্য অসুন্দৰ অশিৱয়ো যে কৱিতাৰ ৰূপ লৈ আমাক ভুৱা নিদিয়েহি সি নহয়। কিন্তু সি কৱিতা নহয়। মনুষ্যত্ব নথকা মানুহক যেনেকৈ আমি মানুহ বুলিব নোৱাৰোঁ সেইদৰে এই তিনিৰ অভাৱ থকা কৱিতাও কৱিতা নহয়। সি কৱিতাৰ ৰূপত 'অকৱিতা' আৰু এই অকৱিতা আৰু অকৱিয়েই সাধাৰণৰ মাজত ভ্ৰান্ত ধাৰণা সৃষ্টি কৰাৰ বাবে আচলতে দায়ী।

সৃষ্টিতে কৱিতাৰ জন্ম আৰু নিবাস। সৃষ্টি লৈয়েই কৱিতাৰ ধেমালি। সৃষ্টিয়েই কৱিতাৰ আদি আৰু অন্ত। সৃষ্টি এৰি কৱিতা থাকিব নোৱাৰে। সৃষ্টিয়েও কৱিতাক এৰিব নোৱাৰে। সৃষ্টি কৱিতা নহলে হব নিৰ্জীৱ, নীৰস, নিষ্প্ৰভ আৰু যন্ত্ৰৱত। ক্ৰমবিকাশমান জগতৰ গদ্য জনক আৰু কৱিতা জননী। কৱিতা ফুল আৰু গদ্য গাগছ। আকৌ গাগছৰ গুটি হয় এই কৱিতা ফুলৰ পৰাই। গদ্য আৰু পদ্যৰ মাজেদিয়েই জীৱনৰ স্থিতি। গদ্য-পদ্যৰ সমবায়তে সংসাৰ। গদ্যই কৱিতাৰ লগৰীয়া হৈ পদে পদে ফুৰিব লাগিছে। আনকি সাহিত্যত কৱিতাৰ ভাষা-বসন পদ্যৰ বিবিধ ছন্দৰ গঠনত গদ্যশিল্পীয়েহে আহি নানান ছন্দৰ সৃষ্টি কৰি দি কৱিতাৰ ভাষা-বসন পদ্যক লীলায়িত কৰি নচুৱাবলৈ কাৰিকৰ হিচাপে বৈ আছেহি। পদ্য ৰচনা আৰু ছন্দ নিৰ্ব্বাচন গদ্যইহে গণি-পটি দিয়েহি। গদ্যৰ সহায় নহলে কৱিতাই পদ্যৰ মাজেদি আত্ম-প্ৰকাশ কৰিব নোৱাৰে। সংসাৰত সকলো কথায়েই যদিও গদ্য আৰু কৱিতাৰে সানমিহলি—তাক যদিও একে উশাহতে ভগাবলৈ টান, তথাপি তাক ভগাই চাবলৈ আমি এই সূক্ষ্মাতিসূক্ষ্ম বিশ্লেষণলৈ যাব পাৰোঁ। ধৰা যাওক পদুম ফুলটোকে। পদুম ফুলটো গদ্যৰ ৰাজ্যৰ নে কৱিতাৰ? যদি আমি ধৰোঁ ই গদ্য আৰু কৱিতা দুয়োটায়েই। তেতিয়া হলেই আমাৰ মনে বিচাৰিবলৈ চাব যে ইয়াৰনো কোনখিনিত গদ্য আৰু কোনখিনিত কৱিতা। বৈজ্ঞানিক বৈশ্লেষণিকে সদায়েই তাৰ মূল কাৰণ ফঁহিয়াই চাবলৈ যাবই। সেইদৰে ফঁহিয়াই চালে দেখা যাব যে পদুম ফুলটোৰ যিকেটা কথাই আমাৰ মনত ৰসৰ সৃষ্টি কৰে সেই ফালটোকে আমি কৱিত্বময় দেখোঁ। পদুম ফুলটোৰ সুগন্ধই, তাৰ সৌন্দৰ্য্যই, তাৰ ৰূপে আমাৰ মনত আনন্দৰ উদ্রেক কৰে আৰু আনন্দ দিয়ে। তাকেই আমি কৱিতাৰ ৰাজ্যৰ ভিতৰত সুমুৱাওঁ আৰু যি ভাগে আমাৰ ভাবৰ কোনো উদ্রেক নকৰি কেৱল আমাৰ ভাব উদ্রেক কৰা বা আনন্দ দিয়া ভাগটোৰ স্থিতি আৰু বিকাশত সহায় কৰিহে আছে সিয়েই তাৰ গদ্য ভাগ। সেইদৰে বিশ্বসংসাৰৰ সকলো সৃষ্ট বস্তুৰ সেই আনন্দ দিয়া ভাগটোৰেই কৱিতাৰ আৰু তাক কৱিতাৰ সামগ্ৰী কৰি থোৱা ভাগটোৰেই গদ্য। সেই কাৰণেই দিনৰ লগত ৰাতিৰ দৰে, কায়াৰ লগত ছাঁয়াৰ দৰে কৱিতা আৰু গদ্য।



চন্দ্ৰকুমাৰৰ জীৱনত গদ্য আৰু কৱিতাৰ অপূৰ্ব্ব সমাবেশ। গছ-লতা, শিল-বালিৰ কৰ্কশ কঠোৰ পৰ্ব্বত কিন্তু অভ্যন্তৰৰ পৰা বৈ আহিছে শিলনিৰ ওপৰে ওপৰে বাগৰি খাল-বামত পৰি কৱিতাৰ গাখীৰ ফেনেৰে শুভ্ৰ হৈ ভৈয়ামৰ পথাৰত জীপ দি শইচ সেউজ কৰা জিৰ জিৰকৈ বৈ যোৱা বনৰ নিজৰা।

জিলিকা পাখিৰে হাঁহে ৰবিৰ কিৰণ,
জিলিকি পখিলা উৰি ফুৰে অগণন,
যতনৰো জিলিকনি চোৱা হেৰা চোৱা,
সোণালী ৰেণুৰ মৌমাখি ভাব বোৱা।

এই কৱিতাটিতেই কৰ্ম্মপ্ৰৱণ কঠোৰ কৰ্ত্তব্যনিষ্ঠ আৰু কৱি চন্দ্ৰকুমাৰৰ অভ্যন্তৰখন প্ৰতিফলিত বুলিব পাৰি।

'প্ৰতিমাৰ' নানান কৱিতাৰ মাজেদিয়েই চন্দ্ৰকুমাৰৰ ব্যক্তিত্বৰ কেউপিঠিয়ে আত্মপ্ৰকাশ কৰিছে।

অজেয় মনোবলৰ দৃঢ়প্ৰতিজ্ঞ চন্দ্ৰকুমাৰৰ যি ব্যক্তিত্বই ইচ্ছাক সাৰথি কৰি সংসাৰ যুদ্ধৰ সন্মুখীন হৈছিল সেই চন্দ্ৰকুমাৰ ওলাই পৰিছে 'প্ৰতিমা'ৰ পাতেদি 'ইচ্ছা' কৱিতাৰ মাজেদি। ইচ্ছা শক্তিৰ ওপৰত তেওঁৰ কি অগাধ বিশ্বাস আৰু সংসাৰ-যুদ্ধত ইচ্ছাৰ বলেৰে বলীয়ান হৈ চন্দ্ৰকুমাৰ কেনেকৈ সংসাৰ যুঁজত জয়ী হবলৈ বদ্ধপৰিকৰ হৈছিল আৰু ইচ্ছাশক্তিক তেওঁ কি মূল্য দিছিল তাক এই 'ইচ্ছা' কৱিতাৰ পৰাই বুজিব পাৰি।

ইচ্ছাৰ বিৰোধে ভীম
ঘোৰ শত শত্ৰু—
সৰ্ব্বথা জিকিব সিটো
ইচ্ছা যাৰ বলী
জীৱন যুদ্ধত ইচ্ছা
প্ৰধান সাৰথি—
কি ভয় মৰণে ৰণে—
ইচ্ছা সৰ্ব্বদলী।

এই ইচ্ছা শক্তিক যি চিনি পাব পাৰে আৰু ইয়াক উদ্বোধন কৰি নিয়োগ কৰিব পাৰে সিয়েই সংসাৰত অসাধ্য সাধন কৰিবলৈ সক্ষম। আমি সদায় আগতে দেখিব লাগিছোঁ, বহু গুণবিশিষ্ট ব্যক্তি যাৰ কাৰ্য্যক্ষমতা, কৰ্ম্মপটুতা ব্যৱসায়ী বুদ্ধি থকা আৰু সংসাৰক ডাঙৰ কৰিব পৰা অতি লায়ক লোকেও এই ইচ্ছা শক্তিৰ অভাৱত বা এই ইচছা শক্তিক নিয়োগ কৰা চেষ্টাত নিশ্চেষ্ট থাকি সংসাৰত নিজৰ উপযুক্ত স্থান উলিয়াই লব পৰা নাই। কোনো কথাৰ কাৰণে কম বেছি পৰিমাণে ইচ্ছা বহুতৰে থাকিব পাৰে—কিন্তু সেই ইচ্ছাক বলী কৰি লৈ ইচ্ছাৰ প্ৰচণ্ডতাৰ বেগৰে নিজৰ সকলো শক্তি চালিত কৰিব পৰাতহে অভিলষিতক আয়ত্ব কৰা নিৰ্ভৰ কৰে। যুজত জয়ী হবলৈ অকল অস্ত্ৰশস্ত্ৰ সৈন্যবল থাকিলেই নহব থাকিব লাগিব যুদ্ধ জিনাৰ প্ৰৱল ইচ্ছা তেহে জয় অৱশ্যম্ভাবী।

এই সৰ্ব্বদলী ইচ্ছাৰ অস্ত্ৰ লৈ যে চন্দ্ৰকুমাৰ নিজেও জীৱন-যুঁজত অনুপ্ৰাণিত হল আৰু এই ইচ্ছামন্ত্ৰ কৱিতাৰূপে আমাক উপহাৰ দি জীৱন-যুঁজত ঘাটি খাবলগীয়াক আৰু দহকো যে জয়যাত্ৰাত আগবঢ়াই দিছে ই সুনিশ্চিত। এই ইচ্ছা কৱিতাৰ ভিতৰেদি তেওঁ যি অগ্নিময় প্ৰেৰণা জীৱন-যুঁজৰ যাত্ৰীক দিছে সি বহুতো ভগ্ন মনোৰথক আশাৰে উদ্দীপ্ত কৰি যুদ্ধ জিনিবলৈ কৃতনিশ্চয় কৰাব। এই ইচ্ছা কৱিতাৰ কৰি চন্দ্ৰকুমাৰে যে নিজৰ বজ্ৰময় ইচ্ছাক সাৰথি কৰি, জীৱনৰ বহু বাধাবিঘিনি বিপৰ্য্যয় অতিক্ৰমি কৃতিত্ব লভি গৈছে তাক আমি এই জীৱনীৰ পাতে পাতে কৈ যাম।

এই যুঁজাৰু চন্দ্ৰকুমাৰেই আকৌ আনফালে আলসুৱা কল্পনাৰ ফুল কোমল হৃদয়ৰ কৰি যি বাস্তৱৰ কঠোৰতাত উৱলি পৰি কৰি প্ৰাণেৰে বিনাইছে তেজীমলাৰ আলৈআথানি দেখি—

হাতো নেমেলিবি
ফুলো নিছিঙিবি
কৰে নাৰৱীয়া তই
মানুহে ফুলৰ
কি জানে আদৰ
তেজীমলাহে মই।



মানুহৰ নিষ্ঠুৰতা মানুহৰ কঠোৰতাই যদিও চন্দ্ৰকুমাৰৰ আলসুৱা কৱিহৃদয় আলোড়ন কৰি এনে ভাবৰ উচ্ছ্বাস উলিয়াইছে তথাপিও দাৰ্শনিক চন্দ্ৰকুমাৰে জানে যে মানুহ জাতি পৃথিৱীৰ যাউতিযুগীয়া মানৱ নিষ্ঠুৰ নহয়— ই মাত্ৰ সাময়িক ব্যক্তিগত আৰু কিছুমানতে সীমাবদ্ধ জাগতিক ব্যৱহাৰ। মানৱজাতি সাধাৰণ মানুহতকৈ বহু ওপৰত, বহুত মহৎ। সেইটো উপলব্ধি হোৱাত প্ৰকৃত দাৰ্শনিক কৱিৰ দৰেই চন্দ্ৰকুমাৰে কৰিছে মানৱ-বন্দনা—

আহিছে মানুহ গইছে মানুহ—
মানুহ মৰ্য়াপী জীৱ।
মানুহ সোঁতৰ অন্ত নাইকিয়া—
বুলিলে মৰত কিয় ?
মানৱী জনম দিয়াঁ উটুৱাই
মানৱী-কৰম সোঁতে,
মানুহৰ মৰম বুজিবা মানুহে
—ধৰম যে মৰমতে।
মানুহেই লগ মানুহেই সঙ্গ
মানুহেই পৰাৎপৰ,
এই যে পৃথিৱী স্বৰ্গতো অধিক,
মানুহৰ নিজাপী ঘৰ।
মানুহেই দেৱ মানুহেই সেৱ,
মানুহ বিনে নাই কেৱ।
কৰা কৰা পূজা— পাদ্য-অৰ্ঘ্য লই—
জয় জয় মানৱদেৱ!

আমাৰ অসমীয়া ভাষাতো এষাৰি কথা আছে। “মানুহেই লখিমী” চন্দ্ৰকুমাৰৰো কৱিতাত সেই কথাষাৰিয়েই প্ৰকাশ পাইছে আনভাৱে। সংসাৰত কঠোৰ চন্দ্ৰকুমাৰ, কল্পনাত আলসুৱা কৱি চন্দ্ৰকুমাৰ, বাস্তৱতাত অজেয় মনোবলৰ চন্দ্ৰকুমাৰ আৰু দাৰ্শনিক কৱি চন্দ্ৰকুমাৰ স্বদেশ-প্ৰীতিতো আদৰ্শ স্থানীয়। তেওঁৰ কৱিতাত যেনেকৈ তেওঁৰ ব্যক্তিত্বৰ নানাৰূপ প্ৰকটিত সেইদৰে তেওঁৰ গানত স্বদেশপ্ৰেম উচ্ছ্বসিত হৈ উঠিছে এই গীতটিত যি গানটিয়ে আজিও শুনা মাত্ৰকে অসমীয়াৰ প্ৰাণলৈ গভীৰ ভাবৰ উন্মাদনা

আছে, স্বদেশভক্তিত বিহ্বল কৰে আৰু স্বদেশৰ গৌৰৱত মুখ উদ্দীপ্ত কৈ তোলে। সেই গানটি—

অসমা সুষমা কামৰূপা
জয়তু জননী ধৰিত্ৰীদুহিতা।
হিমাচলোতুঙ্গ উদীচি দিশা
জীমুতভৃত সলিলা
লৌহিত্য মধ্য প্ৰৱাহশীলা।
প্ৰাগইব জ্যোতি-আননা
গৌৰৱদীপ্তনয়না
অনন্ত ৰত্নপ্ৰভৱা
সৌভাগ্য স্নিগ্ধসম্ভৱা
কোটিলোক পালিকা
কামৰূপ কামদা।
স্বভাৱ কাম্যকাননা
কামৰূপ কামদা।

এই গানটো লিখাৰ পৰা বহু বছৰ জোনাকীৰ পাততে আছিল। আনন্দ আগৰৱালাই ধুবুৰীৰ ১৯২৬ চনৰ অসম সাহিত্য-সভাৰ অধিবেশনত প্ৰথমেই শ্ৰীযুতা ৰত্নাৱলী দেৱী আৰু শ্ৰীযুতা কমলা চৌধুৰীৰ দ্বাৰা গোৱাই ইয়াক গান হিচাপে ৰাইজৰ আগত পৰিবেশ কৰোৱায়। ইয়াৰ প্ৰথম সুৰ সংযোজিত কৰে এই দুগৰাকী মহিলায়েই। পিছত শ্ৰীযুত প্ৰফুল্লচন্দ্ৰ বৰুৱাই পৰিবৰ্ত্তন কৰে। জয়মতী কথাছবিৰ অন্তৰাল-সঙ্গীতৰ আৰম্ভণিতে এই গান গোৱা হৈছে।

এইদৰে চন্দ্ৰকুমাৰে নিজৰ স্বৰূপটো কৱিতাৰ মাজেদিয়েই কৈ গৈছে। চন্দ্ৰকুমাৰে আমালৈ আত্মজীৱনী লিখি থৈ যোৱা নাই যদিও তেওঁৰ কৱিতাৰ মাজেদিয়েই তেওঁ জিলিকি আছে— তেওঁৰ 'প্ৰতিমাতে'ই তেওঁ প্ৰতিফলিত। বীণবৰাগীৰ মাজেদিয়েই তেওঁৰ আত্মা বিকশিত।

আৰু এক হিচাবে কৱিতা কি তাক আমি বিশ্লেষণ কৰি চাব পাৰো। আমি জগতৰ সাহিত্য চাই দেখো যে মানুহৰ মনৰ যি কোনো সূক্ষ্ম অনুভূতিৰ কথাকেই কৱিতাৰে সাহিত্যত প্ৰকাশ



কৰিছে। সৌন্দৰ্য্যবোধ, আধ্যাত্মিক অনুভূতি, আনন্দৰ অনুভূতি এই সকলোবোৰকেই কৱিতাৰ যোগেদি প্ৰকাশ কৰিছে। আনফালে দেখা যায় যে কৱিতাৰ যোগেদি যি সূক্ষ্ম কথাৰ সাহিত্যত অৱতাৰণা হৈছে তাকো দাৰ্শনিকে, প্ৰফেটে বা নাট্যকাৰে তাক গদ্যৰেও প্ৰকাশ কৰিছে। তেন্তে কৱিতাৰ মাজেদিও যি সূক্ষ্ম অনুভূতি প্ৰকাশ হব পাৰে সি গদ্যৰ মাজেদিও পাৰে। শ্লোকৰেও গীতা লিখা হৈছে আৰো গীতাৰ গদ্যসংস্কৰণ কথা-গীতাতো সকলো প্ৰকাশ পাইছে। তেন্তে দেখা গল যে কৱিতা আৰু গদ্যৰ মাত্ৰ গঠনতহে ভেদ। ভাবৰ ফালৰ পৰা দুয়ো একেই হব পাৰে। তেন্তে কৱিতা একেবাৰে বাদ দি গদ্যৰেই দেখোন আমাৰ সকলো ভাব প্ৰকাশ কৰিব পাৰি।

এইখিনিতে এটা কথা আছে—সি হৈছে ছন্দৰ। ছন্দই আমাক যি এটা আনন্দ দিয়ে আৰু আমাৰ সূক্ষ্মাতিসূক্ষ্ম অনুভূতি যেনেকৈ জগাই দিব পাৰে—সি অকল ভাবেই নোৱাৰে। কেৱল ভাব প্ৰকাশে আমাৰ মনীষাক বুদ্ধিক সজাগ কৰি দিব পাৰে কিন্তু সকলো কথাৰে আমি কেৱল বুদ্ধি আৰু মনীষাৰেই সম্পূৰ্ণ অৰ্থ বা তাৰ বাৰ্ত্তা উপলব্ধি কৰিব নোৱাৰোঁ। তাৰ লগতে আমাৰ হৃদয় আৰু আত্মাই আহি যোগ দিব লাগিব। নহলে আমাৰ উপলব্ধি সম্পূৰ্ণ হব নোৱাৰে। এই হৃদয় আৰু আত্মাক ছন্দইহে চুব পাৰে। সেই কাৰণেই মানুহৰ মনৰ যি সূক্ষ্মাতিসূক্ষ্ম ভাব সি প্ৰকাশ হৈ আহোঁতে সেই প্ৰকাশৰ লগত হৃদয় আৰু আত্মাৰ যোগ আছে দেখি ছন্দৰ ভঙ্গী লৈ ভাষা হৈ ওলায় আৰু সেই ভাবৰ আনৰো মন, হৃদয় আৰু আত্মাত ৰস উদ্ৰেক কৰিব পাৰে। কিছুমান সূক্ষ্ম অনুভূতি আছে যি আমাৰ বুদ্ধিৰে বুজি নাপাওঁ কিন্তু সেইবোৰ ছন্দৰ সহায়েৰে আমাৰ হৃদয়ে আৰু আত্মাই বুজে। সেই কাৰণে হৃদয় আৰু আত্মাৰ কাৰণে ছন্দ দৰ্কাৰেই। সেই বাবেই সাহিত্যত কৱিতা ছন্দোবদ্ধ। আজিকালিৰ যি কৱিতাৰ কথা ছন্দৰ ৰূপ—সেই কৱিতা বিশেষকৈ মানুহৰ বুদ্ধিলৈ টোওৱা হৈছে। সেই কাৰণে তাৰ ছন্দ গদ্যৰ লগালগি। তাক একেবাৰে গদ্যৰ দৰেওতো লিখিব পাৰিলেহেঁতেন। পিছে কথাটো হৈছে যে যদিও তাৰ বিষয়বস্তুৱে যুক্তি-তৰ্কাদিৰে বিশেষকৈ বুদ্ধিৰ ওচৰত কিবা দাবী কৰিছে—তথাপিও মানুহৰ হৃদয় আৰু আত্মাৰ সেই বিষয়বস্তুৰ ওপৰত সহানুভূতিৰ কাৰণে তাত 'এপিল' আছেই।

কেৱল বুদ্ধিক যুক্তি-তৰ্কেৰে বুজালেই সংসাৰত কাম নচলে; লগে লগে হৃদয় আৰু আত্মাকো নুচুলে কাম নিসিজিব। সেই কাৰণে আজিকালিৰ কৱিতাটো ছন্দ লাগিবই। হৃদয় আৰু আত্মাক সাৰ পোৱাবলৈ ছন্দৰ জোকাৰণি দিবই লাগিব। পিছে আজিকালি অতি উন্নত উচ্চশিক্ষিত সমাজৰ হৃদয় আৰু আত্মাক আগৰ দিনৰ দৰে ডাঙৰ ডাঙৰ ঢৌৰ জোকাৰণি নেলাগে। সেই কাৰণেই আজিকালি কৱিতাৰ ছন্দৰ গতি সূক্ষ্ম। কিন্তু কাইলৈ যি কৱিতা আহিব সেই কৱিতাই হয়তো আকৌ বিচিত্ৰ ধৰণৰ ডাঙৰ ঢৌৰ ছন্দৰ সহায় লগা হব পাৰে। কাৰণ যদি আমি মানৱ সমাজ আৰু এটা সূক্ষ্মতৰ অৱস্থালৈ গতি কৰিব বুলি ভাবোঁ অৰ্থাৎ মহামানৱৰ স্তৰলৈ - তেতিয়া সেই নতুন দিনৰ সূক্ষ্ম কথা বুজাই তুলিবলৈ হলে বৰ্ত্তমানৰ হৃদয় আৰু আত্মাক ভালকৈয়ে জোকাৰিব লাগিব। তেতিয়া কৱিতালৈ আকৌ হয়তো বিচিত্ৰ অভূতপূৰ্ব্ব ডাঙৰ ডাঙৰ ঢৌৰ ছন্দ আহিব লাগিব আৰু সেই ছন্দৰ ঢৌৰ কোব লাগিহে হয়তো সেই নতুন ভাবৰ উপলব্ধিত আজিৰ হৃদয়ে আৰু আত্মাই সঁহাৰি দিব। যুগে যুগে কৱিতাই সেই কাৰণে মানুহৰ হৃদয় আৰু আত্মাৰ উপলব্ধি ক্ষমতা চাই ছন্দ সলনি কৰিব লাগে। সেই কাৰণে সাহিত্যত দেখোঁ কৱিতাই নতুন দিনত নতুন ছন্দলৈ অঙ্গভঙ্গী কৰিছে। ইয়াৰ উপৰিও ৰসসৃষ্টি কৰাৰ ফালৰ পৰা আৱশ্যক অপৰিহাৰ্য্য। ভাষাৰ যোগেদি কৱিতাক অৱতাৰণা কৰা হয় তাক অনুৰূপ ছন্দৰ সহায়েৰে দিলে সি সোণকালে ৰস উদ্ৰেক কৰিব পাৰে আৰু লিখোঁতাৰ উদ্দেশ্য আগতকৈ সোণকালে সিজে। ইয়াৰ লগত যদি সুৰৰো সহায় লোৱা হয় তেন্তে ৰসসৃষ্টিৰ ফালৰ পৰা ই আৰু ফলদায়ক হয়। সেই কাৰণে কেৱল কৱিতাতকৈ গানৰ প্ৰভাৱ বেছি। কাৰণ গানত ছন্দ আৰু সুৰ দুয়োয়ে সহায় কৰে। যুগৰ হৃদয় আৰু আত্মাৰ অৱস্থাভেদে যেনেকৈ ছন্দই মোটা বা মিহি ৰূপ লয় সেইদৰে সুৰে একে গঢ়েই লয়।

সেই কাৰণেই সাহিত্যত কৱিতাৰ আসন সদায় সকলোৰে ওপৰত হবই লাগিব। কৱিতায়েইহে যে মানুহৰ সূক্ষ্মাতিসূক্ষ্ম অনুভূতি জগাই তুলিব পাৰে আৰু পৰমানন্দৰ সোৱাদ দিব পাৰে ই এটা মনোবৈজ্ঞানিক সত্য।

---

## বংশ-পৰিচয়

চন্দ্ৰকুমাৰৰ ককাদেউতাক নৱৰঙ্গৰাম আগৰৱালা ৰাজপুতনা দেশৰ এটা পুৰুষানুক্ৰমে অতি ধনী বংশৰ লৰা। এবাৰ সেই বংশৰ ভাগ্যবিপৰ্য্যয় হয়। সেই দেশৰ জমিদাৰৰ এই ধনী ঘৰৰ সম্পৰ্কীয় লোক ঈৰ্ষান্বিত হোৱাত নানা অত্যাচাৰ কৰিবলৈ ধৰিলে আৰু শেষত ধনসম্পত্তি কাঢ়ি নিঠকৰা কৰিলত তেওঁলোক নিজ ঠাইৰ পৰা আন ঠাইলৈ উঠি যায় আৰু ভাগ্যলক্ষ্মীক হেৰুৱায়। সেই ভাগ্যবিপৰ্য্যয়ৰ মাজতে চালুকীয়া নৱৰঙ্গৰাম পিতৃ-মাতৃহীন হৈ একেবাৰে নিঃসহায় হৈ কটায়। ডেকা হৈ আহিলত, জীৱনৰ আশা-আকাঙ্ক্ষাই জুমুৰি দি ধৰিলেহি। নিজৰ পিতৃ-পিতামহৰ সমৃদ্ধিলৈ মনত পৰাত তাকে আকৌ ঘূৰাই নিজ দেশতে থাকি আনিবলৈ অক্ষম যেন দেখাত বহল পৃথিৱীখনলৈ চকু দিলে। ভাগ্যৰ ফেৰতেই হওক বা যি কোনো অজানিত কাৰণতেই হওক নৱৰঙ্গৰামে ভাগ্যৰ সন্ধানত পছিমৰ পৰা পূবলৈ আহিবলৈ ধৰিলে।

তেওঁ প্ৰথমেই আহি গোৱালপাৰাত ৰয়হি। সেই সময়ত অসমত ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰে দৰং জিলাৰ বিশ্বনাথলৈকে ইংৰাজৰ ৰাজ্য আছিল। বিশ্বনাথত ইংৰাজ গৱৰ্ণমেণ্ট পল্টনৰ সদৰ ঠাই আছিল। কিছু দিন নৱৰঙ্গৰাম গোৱালপাৰাত এইদৰে থাকি, তেখেতে গোৱালপাৰাৰ পৰা বিশ্বনাথৰ এখন ডাঙৰ মাৰোৱাৰী ফাৰ্ম্মলৈ গোমোস্তা স্বৰূপে আহিল। সিহঁতৰ কাৰবাৰত কিছু দিন থকাৰ পিছত চাকৰি এৰি নিজৰ দোকান আৰম্ভ কৰিলে। সেই দোকানত সুবিধা নেদেখি কিছু দিনৰ পিছত বিশ্বনাথৰ পৰা কুৰি মাইল আঁতৰত ইংৰাজ গৱৰ্ণমেণ্টৰ সীমাৰ বাহিৰে আহোম ৰজাৰ অধীন গমিৰি গাঁৱলৈ আহিল। এই গমিৰিতেই তেওঁৰ প্ৰতি ভাগ্যলক্ষ্মী সুপ্ৰসন্ন হয় আৰু কিছু দিনৰ ভিতৰতে নৱৰঙ্গৰাম আঢ্যৱন্ত হৈ উঠে। অসমতে থলুৱা হৈ বহিবৰ মনেৰে গমিৰিৰে বিখ্যাত ৰাজখোৱা ঘৰৰ সৈতে মিতিৰ পাতি তেওঁলোকৰ ঘৰৰ জীয়ৰী সাদৰীক পত্নীৰূপে গ্ৰহণ কৰি গমিৰিতে থানিকা পাতি অসম দেশত নিগাজীকৈ বহে।

এই ৰাজখোৱা ঘৰৰ জীয়ৰীৰ গৰ্ভতেই হৰিবিলাসৰ জন্ম হয় ইংৰাজী ১৮৪২ চনৰ ভাদ মাহত। নৱৰঙ্গৰামে পিছত আৰু এগৰাকী অসমীয়া জীয়ৰীৰ পাণিগ্ৰহণ কৰে। তেওঁৰ নাম আছিল সোণপাহী—ব্ৰহ্মাজানৰ শইকীয়াৰ ঘৰৰ। এই গৰাকীৰ পৰাও নৱৰঙ্গৰামৰ সন্তান লাভ হয়।

সেই সময়ত ভাটীৰ পৰা বহুতো সাউদে আৰু অন্যান্য কৰ্ম্মসূত্ৰত অহা লোক যিসকলে দীঘলীয়াকৈ অসমত থাকিব-লগীয়া হৈছিল, অসমীয়া ছোৱালী বিয়াবাৰু কৰাই ইয়াতে বংশ-পৰিয়াল বৃদ্ধি কৰিছিল। এনে দৃষ্টান্ত অসমত বহুত। কৰ্নৌজৰ পৰা অহা ব্ৰাহ্মণ কায়স্থৰ পৰা উৎপত্তি হোৱা অসমীয়া পৰিয়ালসকলৰ বাহিৰেও মাৰৱাৰ, অযোধ্যা, মধ্যপ্ৰদেশ, পঞ্জাব আৰু বঙ্গদেশৰ পৰা আহি কোনো কোনোৱে অসমীয়া ছোৱালী বিয়া কৰায়। এনে অসমীয়া পৰিয়াল আগৰৱালা বংশৰ বাহিৰেও কেবাটাও। আগৰৱালা-সকলে পূৰ্ব্বাপৰ ৰীতি অনুসৰি সেই উপাধি ৰাখি থৈছে আৰু আন পৰিয়ালসকলে বৰুৱা, দত্ত, সিংহ ইত্যাদি উপাধি লোৱাত তেওঁ-লোকৰ বংশপৰিচয় হঠাতে সাধাৰণে পাবলৈ টান হৈছে। অসম দেশৰ কেবাটাও লেখত লবলগীয়া উচ্চবৰ্ণৰ হিন্দু আৰু মুছলমান পৰিবাৰ ভাটীৰ পৰা অহা। কোনো হয়তো সপৰিয়ালে ইয়ালৈ উঠি আহিছিল আৰু কোনোৱে হয়তো ইয়াতো বিয়াবাৰু কৰাই নতুন বংশ প্ৰতিষ্ঠা কৰিছিল।

সেই সময়ত আহোম ৰজাৰ ৰাজধানী যোৰহাটত আছিল। নৱৰঙ্গৰামে মণিৰাম দেৱানৰ সৈতে আলাপ কৰি উত্তৰপাৰ ছয়-দুৱাৰ ( ছোৱাবলৰ গড়ৰ পৰা কচুজান বিহালী নদীলৈকে ) হাটৰ কৰতোলা হাটখোৱা, ৰজাঘৰৰ পৰা চনদ লৈ বিষয়া নিযুক্ত হয়।

ইয়াৰ পিছতে আহোম ৰজাৰ হাতৰ পৰা উজনি অসম বৃটিছ গৱৰ্ণমেণ্টৰ খাছ দখললৈ আহিলত লক্ষীমপুৰ জিলাৰ গৰাকী Vetch চাহাবে নৱৰঙ্গৰামক গমিৰি, ৰংচালী আৰু বেঙাবাৰী এই তিনিখণ্ডৰ মৌজাদাৰ পাতে।

এইদৰে আহোম স্বৰ্গদেৱসকলৰ আমোলৰে পৰা বিষয়া নিযুক্ত হৈ, তাৰ পিছত বৃটিছ আমোলতো ক্ষমতাশালী বিষয়া হোৱাত তেওঁ অসমীয়া সমাজৰ বুকত সোমাই অসমীয়া প্ৰজাৰ ভিতৰত এজন ক্ষমতাশালী লোক হবলৈ সুবিধা পায়। লগে লগে বেপাৰ-



বাণিজ্যতো নিজৰ বিচক্ষণতাৰে উন্নতি কৰি মহা ধনশালী হৈ পৰাত আৰু তেওঁৰ স্বভাৱসুলভ বদান্যতাৰ ফলত তেজপুৰ খণ্ডত এজন প্ৰতাপী মানুহ হৈ পৰি অসমীয়া ৰাইজৰ এজন ভক্তিভাজন নেতাস্বৰূপ হৈ পৰে। তাতে অসমীয়া ৰাজখোৱাৰ ঘৰৰ ছোৱালীৰ পাণিগ্ৰহণ কৰাত অসমীয়া সমাজে অসঙ্কোচে নিজৰ বুকত আপোনকৈ সুমাই লয়।

গমিৰিতে অতি সোণকালে দোপতদোপে নৱৰঙ্গৰামৰ উন্নতি হবলৈ ধৰিলে আৰু কিছু দিনৰ ভিতৰতে বৰ প্ৰতাপী আৰু প্ৰতি-পত্তিশালী হৈ পৰিল। এই সময়তে তেওঁ নিজৰ গোলাৰ কাৰবাৰৰ উপৰিও ৰবৰৰ মহল, হাতীৰ মহলৰ কাৰবাৰ কৰি প্ৰচুৰ অৰ্থ উপাৰ্জ্জন কৰে। তেওঁ ইয়াৰ পিছত কাৰবাৰ বঢ়াবলৈ মন কৰি ডিব্ৰুগড়ত কাৰবাৰ আৰম্ভ কৰিলে আৰু ডিব্ৰুগড়তো কাৰবাৰৰ লাহে লাহে উন্নতি হবলৈ ধৰাত বিৰাটৰূপ ধৰিলেগৈ।

গমিৰিত থকা কালত কাৰবাৰ সূত্ৰে তেখেতৰ ডফলা আৰু অঁকাৰে সৈতে বৰ ঘনিষ্ঠতা হৈছিল। ইংৰাজে স্বৰ্গদেৱ পুৰন্দৰ-সিংহৰ ৰাজ্য খাছ দখললৈ অনাৰ পিছত ডফলা আৰু অঁকাৰে সৈতে ইংৰাজৰ পঁচাৰ বাবে গণ্ডগোল হয় আৰু এই গণ্ডগোলৰ ফলত ডফলা আৰু অঁকাই কিছু ইংৰাজৰ ৰাজ্যত উপদ্ৰৱ কৰে আৰু ইংৰাজৰ সৈতে বিৰোধ হবৰ উপক্ৰম হয়। ইয়াতে নৱৰঙ্গ-ৰামে মধ্যস্থ হৈ ওপৰচঙীয়া ডফলা আৰু অঁকাক নমাই আনি ইংৰাজৰ সৈতে এটা মোকাবিলা কৰি পঁচাৰ বিষয়ে এটা সুবন্দ-বস্ত লগাই দিয়ে। ইয়াতে তেখেতৰ গৱৰ্ণমেণ্টৰ ঘৰত সুখ্যাতিও হয়। অঁকাৰ সৈতে তেওঁৰ ঘনিষ্ঠতা ডফলাতকৈ বেছি আছিল। অঁকা ৰজাৰ সৈতে তেওঁৰ পুতেক হৰিবিলাসৰ বন্ধুত্ব ঘনিভূত হয় আৰু অঁকা ৰজাই পিছলৈ তেজপুৰলৈ পঁচা নিবলৈ আহোঁতে বছৰি হৰিবিলাসৰ তেজপুৰৰ পকিঘৰত ভোজভাত খাই গৈছিল। এইদৰে বহু দিনলৈকে অঁকাৰ সৈতে হৰিবিলাসৰ বন্ধুত্ব চলি আছিল আৰু গৱৰ্ণমেণ্টে পঁচাৰ প্ৰথা তুলি দিয়াত অঁকা ৰজা নহা হোৱাতহে এক ৰকম অঁকাসকলৰ সৈতে হৰিবিলাসৰ সমন্ধ ছেদ হল বুলিব লাগে।

এইদৰেই পছিমৰ পৰা ভাগ্যৰ সন্ধানত আহি নৱৰঙ্গৰামে অসমত কাৰবাৰ আৰম্ভ কৰি থিতাপি লয় আৰু আঢ্যৱন্ত হৈ অসমীয়া ছোৱালীৰ পাণিগ্ৰহণ কৰাৰ ফলতেই অসমত এই আগৰৱালা পৰিয়ালৰ প্ৰতিষ্ঠা হয়।

নৱৰঙ্গৰামে হৰিবিলাসক বিয়াবাৰু কৰাই দি দেশলৈ ঘূৰিবলৈ যায়। ছয়দুৱাৰ অঞ্চলৰ গহপুৰৰ হাজৰিকা বংশৰ মলমা আইদেউৰ সৈতে হৰিবিলাসৰ বিবাহ হয়।

নৱৰঙ্গৰামে দেশৰ পৰা উভতি আহি কলিকতাত বেমাৰত পৰেহি আৰু সেই বেমাৰতেই তেখেতে ইং ১৮৬৫ খৃষ্টাব্দত পৰলোকলৈ গতি কৰে। আগৰৱালা পৰিয়ালৰ এই আদি পুৰুষজনৰ সাহ, মন, কাৰ্য্যকুশলতা, ব্যৱসায়ী-বুদ্ধি আৰু কাৰবাৰী-প্ৰতিভা কেনেকৈ পিছত আগৰৱালাৰ বংশধৰসকলৰ মাজত প্ৰতিফলিত হৈ হৰিবিলাস চন্দ্ৰকুমাৰৰ জীৱনত সেই গুণবোৰে তেওঁলোকৰ ব্যক্তিত্ব গঢ়িবলৈ যোগান ধৰিছেহি তাক এতিয়া আমি ভালকৈ বুজিব পাৰিম।

নৱৰঙ্গৰামৰ এই গুণৰাজি তেখেতৰ জ্যেষ্ঠ পুতেক হৰিবিলাসে উত্তৰাধিকাৰীসূত্ৰে পালে আৰু তাৰ বলেৰেই আৰু উৎকৰ্ষ সাধিয়েই হৰিবিলাস আগৰৱালাই আগৰৱালা বংশক অসম দেশৰ এটা লেখত লবলগীয়া বংশত পৰিণত কৰিলে।

পিতাকৰ কাৰবাৰ হৰিবিলাসে দুগুণে তিনিগুণে বঢ়াই অসম, বঙ্গ, উৰিষ্যা জোৰা কাৰবাৰ তৰি আগৰৱালা পৰিয়ালক নামজ্বলা ধনী কৰি তুলিলে। হৰিবিলাসে সাংসাৰিক উন্নতিৰ লগে লগেই নিজৰ মানসিক আৰু আধ্যাত্মিক উন্নতিৰ কাৰণেও যত্নপৰ হল। প্ৰখৰ বুদ্ধিৰ হৰিবিলাসে আধ্যাত্মিক জ্ঞানৰ কাৰণে চেষ্টিত হল আৰু আধ্যাত্মিক কৃষ্টিৰ বিষয়ে বংশ-পৰিয়ালৰ এটা ধাউতি জগাই তুলিলে। হৰিবিলাস আছিল জ্যোতি স্বৰূপৰ উপাসক। তেওঁ সেই জ্যোতি স্বৰূপকে উপাসনা কৰিছিল। কৰ্ম্মময় জীৱনৰ শেষডোখৰ তেখেতে এই জ্যোতি স্বৰূপৰ ধ্যানতেই নিমগ্ন আছিল। এই আধ্যাত্মিক জ্ঞানপিপাসু আৰু বিদ্যোৎসাহী হৰিবিলাসে শঙ্কৰ-মাধৱৰ সাহিত্যৰ ভিতৰ সোমাই তাৰ গৌৰৱত মুগ্ধ হৈ সকলো অসমীয়াকে সেই অমৃত ৰস সহজেই পান কৰিবলৈ পোৱাকৈ প্ৰথমেই শঙ্কৰ-মাধৱৰ হাতেলিখা পুথি-



বোৰ * ছপাই উলিয়াই অসমীয়াৰ পুৰণি সাহিত্যত নব্য শিক্ষিতৰ চকু পেলালে। অসমীয়া সাহিত্যানুৰাগী হৰিবিলাসৰ অসমীয়া পুৰণি সাহিত্যৰ প্ৰতি ৰাপেই তেওঁৰ পুত্ৰ-পৰিয়ালৰ মাজত অসমীয়া সাহিত্যলৈ ধাউতি জগাই দিলে আৰু তাৰ ফলতেই অসমীয়া সাহিত্যই আগৰৱালা বংশৰ পৰা বিষ্ণুপ্ৰসাদ, চন্দ্ৰকুমাৰ, কৃষ্ণপ্ৰসাদ আৰু হৰিবিলাসৰ ভতিজা পুতেক আনন্দচন্দ্ৰক আৰু হৰিবিলাসৰ জীয়েক যজ্ঞেশ্বৰীক ( আইটী ) সাহিত্য চৰ্চ্চাকাৰীৰূপে পালে। হৰিবিলাসৰ পুত্ৰ বিষ্ণুপ্ৰসাদ, চন্দ্ৰকুমাৰ আৰু কৃষ্ণপ্ৰসাদৰ অসমীয়া সাহিত্যৰ প্ৰতি ৰাপ যেনেকৈ প্ৰবল সেইদৰে হৰিবিলাসৰ সৰু মাজুপুতেক পৰমানন্দকে আদি কৰি নুমলীয়া পুতেক গোপাল চন্দ্ৰ আৰু হৰিবিলাসৰ ভতিজা পুতেক খগেশ্বৰৰ সঙ্গীতৰ প্ৰতি ৰাপ আৰু প্ৰবল ধাউতি দেখা গল আৰু এওঁলোকে যথেষ্ট সঙ্গীত-চৰ্চ্চাত মন দিছিল। এওঁলোকৰ ভিতৰত পৰমানন্দই সঙ্গীতত বিশেষ ব্যুৎপত্তি লাভ কৰিছিল আৰু স্বৰ্গীয় লক্ষ্মীৰাম বৰুৱাৰ সঙ্গীত-চৰ্চ্চাত লগৰীয়া আছিল। পৰমানন্দৰ এই সঙ্গীতপ্ৰিয়তা আৰু তাত পাৰদৰ্শিতাই আগৰৱালা পৰিয়ালত সঙ্গীত চৰ্চ্চাৰ আৰু ললিত-কলা চৰ্চ্চাৰ এটা আদৰ্শ দাঙি ধৰিলে। ইয়াৰ ফলতেই আজি পৰমানন্দৰ সঙ্গীত সাধনাৰ ফল স্বৰূপে অসমীয়া সঙ্গীত জগতে পৰমানন্দৰ পুত্ৰ-পৰিয়ালকো সঙ্গীত চৰ্চ্চাকাৰী হিচাপে পাব পাৰিছে।

জোনাকীত বিষ্ণুপ্ৰসাদ আগৰৱালাৰ নিয়মিত প্ৰবন্ধপাতি প্ৰকাশ হৈছিল। জন ষ্টুৱাৰ্ট মিলৰ জীৱনচৰিত তেখেতে ধাৰাবাহিক ৰূপে জোনাকীত প্ৰকাশ কৰে। ইয়াৰ উপৰিও শঙ্কৰদেৱৰ জীৱনী বিষ্ণুপ্ৰসাদে ধাৰাবাহিকৰূপে জোনাকীত প্ৰকাশ কৰে আৰু লক্ষ্মীনাথ বেজবৰুৱাই তেখেতৰ "শঙ্কৰদেৱ" কিতাপত বিষ্ণুপ্ৰসাদৰ এই জোনাকীত প্ৰকাশ হোৱা প্ৰবন্ধৰ পৰা মাজে মাজে উদ্ধৃত কৰি দিছে। এই প্ৰবন্ধাদিৰ পৰা বিষ্ণুপ্ৰসাদৰ সাহিত্যত ৰাপ আৰু সাহিত্য চৰ্চ্চাৰ জ্বলন্ত নিদৰ্শন ওলাই আছে। অসমীয়া গদ্য লিখাত তেখেতৰ যে যথেষ্ট হাত আছিল তাক 'শঙ্কৰদেৱ' প্ৰবন্ধৰ পৰা বেচ বুজিব পাৰি। শঙ্কৰদেৱৰ বিষয়ে ধাৰাবাহিক আলোচনা প্ৰথমে বিষ্ণুপ্ৰসাদেই কৰে।

*কীৰ্ত্তন, কীৰ্ত্তন-ঘোষা, নাম-ঘোষা, শ্ৰীমদ্‌ভাগৱত বৰগীত ইত্যাদি।

কৃষ্ণপ্ৰসাদৰ প্ৰবন্ধ গান কৱিতা নিয়মিতৰূপে জোনাকী আৰু বিজুলীত প্ৰকাশিত হৈছিল। ব্ৰহ্মসঙ্গীত বুলি এখনি সৰু গানৰ কিতাপো তেখেতে প্ৰকাশ কৰি প্ৰচাৰ কৰে। এখেতে নিয়মিত ৰূপে সাহিত্য চৰ্চ্চা কৰিছিল আৰু সময়ত গৈ ভাল সাহিত্যিক হলহেঁতেন, কিন্তু তেখেত ভৰ ডেকা বয়সতে অকালতে যক্ষ্মাৰোগত পৰলোকলৈ যাবলগীয়া হল।

হৰিবিলাসৰ একেটি কন্যা যজ্ঞেশ্বৰী ( আইটী ) যাক উদ্দেশ্য কৰি চন্দ্ৰকুমাৰৰ অমৰ কৱিতা "আশীৰ্ব্বাদ" ৰচিত হৈছে। তেওঁকো আমি সাহিত্য চৰ্চ্চাত মনোনিবেশ কৰা পাওঁ। জোনাকীত ছাত্ৰী-ৰচনা হিচাপে তেওঁৰ প্ৰবন্ধ "ফুল" "শাৰীৰিক পৰিশ্ৰম" ইত্যাদি প্ৰকাশিত হৈছিল। অসমীয়া গদ্য লিখাত তেওঁৰ হাত ভালকৈ যে বহিছিল তাৰ চানেকী স্বৰূপে আমি 'ফুল' বোলা প্ৰবন্ধটো ইয়াত তুলি দিয়াৰ লোভ সামৰিব নোৱাৰিলোঁ। ছাত্ৰী অৱস্থাতে যি ছোৱালী গৰাকীৰ ভাষাৰ ওপৰত এনে হাত, বয়সত সেই গৰাকী লিখিকা যে অসমীয়া সাহিত্যৰ এগৰাকী শক্তিশালী গদ্যলিখিকা হলগৈহেঁতেন তাক সহজেই অনুমান কৰিব পাৰি। তলৰ প্ৰবন্ধটো পঢ়ি চমকিত আৰু মোহিত নহৈ নোৱাৰি। প্ৰবন্ধটো ওলাইছিল জোনাকীৰ এটি সংখ্যাত।

## ফুল

( ছাত্ৰী ৰচনা—ভাঙনি )

আমি ফুলৰ অকণো মৰ্য্যদা নেজানো। ফুলক দিবলগীয়া আদৰ আমি নিদিওঁ। কোনো কোনো মানুহে ফুললৈ অনুৰাগ কৰাক বিলাসপৰায়ণতা বুলি ঘিণ কৰে। সিবিলাকে কয় যে ফুলৰ ক্ষন্তেকীয়া সৌন্দৰ্য্যৰ দ্বাৰাই অলপ ইন্দ্ৰিয়-তৃপ্তিৰ বাহিৰে আন একো লাভ নহয়। কোনোৱে ফুলক ঘৰ সজোৱাৰ এটি প্ৰধান বস্তু বুলি ভাবে। কোনোৱে নিচেই সামান্য বস্তু বুলি তুচ্ছ জ্ঞান কৰে। ইয়াৰ দ্বাৰাই অকল যে মনৰ অমাৰ্জ্জিত ৰুচিহে প্ৰকাশ পায় এনে নহয়, আমাৰ ধৰ্ম্ম প্ৰবৃত্তি যে বৰ নিস্তেজ সেইটোও ভালকৈ প্ৰকাশ পায়। ফুলৰ সেই পৱিত্ৰ মুখৰ হাঁহি দেখি কাৰনো মনত পাপ-চিন্তা উদয় হয়? কাৰো নহয়। এনে সৰল সৌন্দৰ্য্য



ইন্দ্ৰিয় পৰিতৃপ্তিৰ নিমিত্তে নে? বিলাসিতাৰ নিমিত্তে নে? কোনে কয়? —নহয়! বিলাসিতাৰ নিমিত্তে, ইন্দ্ৰিয়তৃপ্তিৰ নিমিত্তে বা ঘৰ সঁজাবৰ নিমিত্তে ফুলৰ সৌন্দৰ্য্য নহয়। আমি ফুলৰ পৱিত্ৰতা আৰু মহৎ কাৰ্য্য নেদেখোঁ, সেই নিমিত্তেহে তাক ইমান কলঙ্ক দিওঁহক।

ফুলৰ লাৱণ্যই মানুহক উন্নত কৰে। ইয়াৰ সৰল সৌন্দৰ্য্যই বিকাৰগ্ৰস্ত পপীয়া জীৱক যে ফটিক পানীৰ দৰে নিৰ্ম্মল কৰে তাক কোনে নকৰ পাৰে? কৱিক কল্পনা দি কাব্যৰস প্ৰস্ফুটিত কৰে ফুলৰ ৰূপে। ভাবুকক ভাব দিয়ে কোনে? পাপীৰ পাপ যন্ত্ৰণা কোনে লঘু কৰে?—এক মাত্ৰ ফুলে।

ফুলৰ কোমল, মন-মোহা, মলমলাই যোৱা সুগন্ধ পালেই প্ৰাণত স্বৰ্গীয় প্ৰফুল্লতাই দেখা দিয়ে। ফুল হাতত লৈ সেই পুষ্পকৰ্ত্তা প্ৰভুক সুঁৱৰি, তেওঁৰ বিচিত্ৰ লীলা দেখি মনত বিশুদ্ধ আনন্দৰ সঞ্চাৰ হয়।

পৰমেশ্বৰক পাহৰি যেতিয়া আমি ভয়ানক নৰকৰ সাগৰত বুৰ মাৰিব খোজোঁ, যেতিয়া মন নানা ৰকমৰ শোক, চিন্তা, যন্ত্ৰণা ইত্যাদিৰ দ্বাৰা আক্ৰান্ত হয়, যেতিয়া আত্মগ্লানিৰ অসহ্য যন্ত্ৰণা উপস্থিত হৈ মন অথিৰ হয়, সহস্ৰ উপদেশেও মনক বুজনি দিব নোৱাৰে, তেতিয়া এটা সৎগন্ধপূৰ্ণ লাৱণ্যযুক্ত ফুললৈ প্ৰেমপূৰ্ণ দৃষ্টিৰে অন্তৰেৰে সৈতে মনোযোগ দি ভাবি চালে অৱশ্যে মনৰ শোক যন্ত্ৰণা অনেক হ্ৰাস হব। বাস্তৱিক মনৰ সংশয় ৰূপ এন্ধাৰ গুচি যাব। দুখ বেজাৰ ইত্যাদিৰ সলনি মনত ঈশ্বৰ প্ৰেমৰ অমৃত বৰষিবলৈ ধৰিব।

যি পৰম পিতা পৰমেশ্বৰক প্ৰাণৰে সৈতে ভাল পায়, সি ঈশ্বৰৰ কুমলীয়া হাতেৰে সজা ফুলকো পৰিত্ৰাণৰ এটি প্ৰধান উপায় বুলি ভাবে। তেওঁ ফুলৰ হাঁহি থকা মুখ দেখি সকলো দুখ বেজাৰ পাহৰি যায়। ফুলৰ লাৱণ্যৰ মাজতে স্ৰষ্টাৰ প্ৰেমময় মুখ দেখি আনন্দত ভোল যায়। যেতিয়া কোনো এজন প্ৰকৃত ভক্তই সুন্দৰ লাৱণ্যযুক্ত ফুল হাতত লৈ প্ৰেমভৰা চকুৰে চায়, তেতিয়া তেওঁ সঁচাকৈয়ে ফুলক স্বৰগৰ কটকী বুলি বিবেচনা কৰে। যেতিয়া

ফুলে তেওঁক ভক্তি পুষ্পেৰে ঈশ্বৰক পূজা কৰিবলৈ কৈ দিয়ে তেতিয়া ফুল ভক্তৰ চকুত বাস্তবিকেই গুৰু। তেওঁৰ মন দ-ভাবেৰে ঈশ্বৰৰ ফাললৈ ঢাল খায়।

ফুলৰ উদ্দেশ্য পৱিত্ৰ আৰু মহৎ। আমি সেইবোৰ নাজানো, কাৰণ আমাৰ মনৰ পৰা কুৰুচি কুভাববোৰ আঁতৰ হোৱাই নাই। আগৰ হিন্দুবিলাকে ফুলৰ কাৰ্য্য, গুণ জানিছিল, সেইদেখি ফুল নহলে হিন্দুৰ পূজা নহয়। ঈশ্বৰক আমি সুঁৱৰি থাকিবলৈ আত্মাক শিক্ষা দিবলৈ ফুল একমাত্ৰ আমাৰ সহায়। এতেকে ফুল আমাৰ পৰম গুৰু। এনে বস্তুৰ ওপৰত কলঙ্ক দিয়াৰ কথা ভাবিলেও লাজহে লাগে। পৱিত্ৰ কুসুম! তোমাৰ থকা যোগ্য ঠাই আৰু ক'ত তাক আমি নাজানো, আমি কেৱল তোমাৰ প্ৰতি ঘৃণিত ব্যৱহাৰহে কৰোঁ। তুমি আমাক আমাৰ স্ৰজন কৰোঁতাৰ শ্ৰীচৰণলৈ লৈ যোৱা। তুমি যেনেকৈ পৰম পিতাৰ প্ৰেমত ভোল গৈ অকপট মধুৰ হাঁহিৰে জগতক মোহিত কৰিছা; আমাকো তেনে কৰিবলৈ শিকোৱা।

এই প্ৰবন্ধটি জোনাকীত যজ্ঞেশ্বৰী বৰকাকতীয়নী নামেৰে প্ৰকাশ হৈছিল। যজ্ঞেশ্বৰীক তেজপুৰৰ কালিকান্ত বৰকাকতীলৈ বিয়া দিছিল। বিয়াৰ পিছত তেওঁ এই প্ৰবন্ধ লিখিছিল সেই কাৰণেই উপাধিৰ পৰিবৰ্ত্তন। এই যজ্ঞেশ্বৰী ভনীয়েকৰ বিয়াৰ উদ্দেশ্যেই চন্দ্ৰকুমাৰৰ "আশীৰ্ব্বাদ" কৱিতা ৰচিত হৈছিল।

হৰিবিলাসৰ এই অসমীয়া সাহিত্যলৈ হোৱা ধাউতি আৰু তেওঁৰো নিজৰ চৰ্চ্চাৰ ফলত অসমীয়া সাহিত্য আজি আগৰৱালা পৰিয়ালৰ সাহিত্য চৰ্চ্চাৰে উপকৃত হব পাৰিছে। হৰিবিলাসৰ নিজৰ ৰচনাৰ ভিতৰত উষাত ওলোৱা লম্বোদৰ বৰাৰ জীৱনৰ চমু টোকা আৰু পৰমহংস স্বামীৰ সাৰনিত্যক্ৰিয়াৰ অসমীয়া ভাঙনি উল্লেখযোগ্য।

এই আগৰৱালা পৰিয়ালৰ পাৰিপাৰ্শ্বিকতাত চন্দ্ৰকুমাৰৰ ব্যক্তিত্বই তৈয়াৰী হবলৈ সুবিধা পালে। লক্ষ্মী আৰু সৰস্বতী দুয়োকো সমানে উপাসা কৰা আৰু দুয়োৰো বৰ পাবলৈ আপ্ৰাণ চেষ্টা থকা এই বংশৰ মাজত জন্ম লৈ চন্দ্ৰকুমাৰৰ গাত একেলগে



কৱিতা আৰু কাৰবাৰীৰ দুটা দেখাতে ৰাহি-যোৱা নহা মানসিক aspectএ বৰ মিলাপ্ৰীতিৰে থাকি চন্দ্ৰকুমাৰৰ গাত থিত ললে। কৱিতা আৰু কাৰবাৰৰ সঁচাকৈয়ে মিলাপ্ৰীতি আছিল নে নাছিল আমি কব নোৱাৰোঁ। নাছিল যদিও চন্দ্ৰকুমাৰে এই দুই বাঘ-হৰিণীক একে ঘাটতে পানী খুৱাই কোনেও কাৰো অপকাৰ কৰিব নোৱাৰাকৈ যে ৰাখি দুয়োৰো সমানে পৰিপুষ্টি সাধন কৰিছিল তাক চন্দ্ৰকুমাৰৰ জীৱনলৈ চকু দিলেই আমি দেখিবলৈ পাওঁ।

---

# জন্ম আৰু ছাত্ৰ-জীৱন

ব্ৰহ্মাজান নৈৰ পাৰত চন্দ্ৰকুমাৰে প্ৰথমেই পৃথিৱীৰ পোহৰ দেখে ইংৰাজী ১৮৬৭ চনৰ ২৮ নৱেম্বৰ তাৰিখে। হৰিবিলাসৰ প্ৰধান ঘৰ গমিৰিৰ পৰা প্ৰায় ৬ মাইল মান আঁতৰত এই ব্ৰহ্মাজান। যদিও ই এখন জান তথাপিও সেই সময়ত ই সৰুসুৰা নৈ। বিশেষকৈ বাৰিষা নাও ভালকৈ চলাচল কৰিব পাৰিছিল। তেতিয়া এই নৈখন ব্ৰহ্মপুত্ৰই দি আহি ভিতৰলৈ সোমোৱা বেপেৰুৱা নাওবোৰে জলপথ ৰূপে ব্যৱহাৰ কৰিছিল আৰু গুৱালকুছি, বৰপেটা, গুৱাহাটী আৰু ভাটীৰ পৰা অহা নাওবোৰে নৈ ঢাক খুৱাই থৈছিল। ধান, চাউল, মাহ, সৰিয়হ, ছয়দুৱাৰ অঞ্চলৰ আমদানি ৰপ্তানিৰ এই ব্ৰহ্মাজানতেই আড্ডা আছিল। সেই কাৰণে হৰিবিলাসে কাৰবাৰৰ সুবিধাৰ কাৰণে তাত এখন ডাঙৰকৈ গোলা খুলি নিজে তত্বাৱধান লবলৈ তাতে কিছু দিন সপৰিয়ালে বাস কৰিছিল। চন্দ্ৰকুমাৰৰ কেঁচুৱা আৰু বাল্যকাল ব্ৰহ্মাজান আৰু গমিৰিতে উত্তীৰ্ণ হয়। তাৰ পিছত হৰিবিলাসে বিশ্বনাথৰ পৰা দৰংজিলাৰ সদৰ ঠাই তেজপুৰলৈ আহিলত আগলৈ ল'ৰা-ছোৱালীবোৰ পঢ়াবৰ সুবিধাৰ কাৰণে আৰু চহৰৰ সুবিধা লৈ কাৰবাৰ বহলাবৰ মনেৰে তেজপুৰলৈ উঠি আহি তেজপুৰত ঘৰবাৰী সাজি তেজপুৰতে নিগাজীকৈ থিতাপি লয়।

তেতিয়াৰে পৰা চন্দ্ৰকুমাৰো তেজপুৰতে থাকি ডাঙৰ হলত দেউতাকে কলিকতালৈ লৈ যায়। তাত চন্দ্ৰকুমাৰ আৰু ভায়েকসকল হেয়াৰ স্কুলত পঢ়ে। কিন্তু এণ্ট্ৰেঞ্চ পৰীক্ষা দিয়াৰ আগতে তেজপুৰ হাইস্কুলত আহি নাম লগায়হি। এই স্কুলৰ ছাত্ৰ অৱস্থাতে চন্দ্ৰকুমাৰৰ সাহিত্যৰ প্ৰতি বাপ ওলাই পৰে। উচ্চ শ্ৰেণীৰ ছাত্ৰাৱস্থাত তেজপুৰত লগৰীয়া গোটাই সাহিত্য চৰ্চ্চাত মন দিয়ে। তেতিয়া তেজপুৰত ছাত্ৰ হিচাপে আনন্দচন্দ্ৰ আৰু লম্বোদৰ বৰাও আছিল আৰু এইসকলৰ মাজত সাহিত্য-চৰ্চ্চা হৈছিল।



তেজপুৰ হাইস্কুলৰ পৰা চন্দ্ৰকুমাৰে এণ্ট্ৰেঞ্চ পৰীক্ষা পাছ কৰি আকৌ কলিকতালৈ উচ্চ শিক্ষাৰ্থী হৈ যায়। কলিকতাত প্ৰেছিডেন্সী কলেজত ভৰ্ত্তি হৈ কলিকতীয়া ছাত্ৰ-জীৱন আৰম্ভ কৰে।

তেতিয়া কলিকতাত হৰিবিলাসৰ ডাঙৰ কাৰবাৰ আছিল আৰু বৰবজাৰৰ ১০নং আৰ্মেনিয়ন ষ্ট্ৰীটৰ ঘৰটো তেওঁৰ নিজা সম্পত্তি আছিল। এই কলিকতাৰ ঘৰতেই হৰিবিলাসৰ নুমলীয়া পুতেক গোপালচন্দ্ৰৰ জন্ম হৈছিল।

এই আৰ্মেনিয়ন ষ্ট্ৰীটৰ ঘৰত থাকিয়েই চন্দ্ৰকুমাৰে কলিকতাত পঢ়িছিল আৰু পিছত কেৰেয়া ঘৰতো আছিল। প্ৰেছিডেন্সী কলেজত এফ-এ পঢ়াৰ সময়ত তেখেতে ফিজিক্সৰ প্ৰফেছাৰ হিচাপে ছাৰ জগদীশচন্দ্ৰ বসুক পাইছিল, কলেজত পঢ়া সময়ত যদিও ঘৰুৱা থকা মেলা, খোৱা-পিন্ধাৰ ধৰণকৰণ মাৰোৱাৰী ধৰণৰ আছিল তথাপি ইংৰাজী শিক্ষিত চন্দ্ৰকুমাৰ লাহে লাহে য়ুৰোপীয় সভ্যতা আৰু চালচলনলৈ আকৃষ্ট হৈছিল। নিজৰ থকামেলাৰ ধৰণকৰণো পৰিবৰ্ত্তনৰ বাটলৈ আনিছিল।

প্ৰেছিডেন্সী কলেজত পঢ়ি নিয়মমতে এফ-এ পাছ কৰি তেখেতে সেই কলেজতে বি-এ পঢ়িবলৈ ধৰে। এই সময়তে তেখেতৰ লক্ষ্মীনাথ বেজবৰুৱাৰ সৈতে প্ৰথম চিনাকি হয় আৰু দুয়োৰো ভিতৰত 'অভিন্নহৃদয়'ৰ বন্ধুত্ব স্থাপিত হয়। এই পৰিচয়ৰ বিষয়ে আমি বেজবৰুৱাৰ নিজৰ হাতৰ জীৱন-সোঁৱৰণৰ পৰাই তুলি দিলো।

"ডাঙৰীয়া হৰিবিলাস আগৰৱালাৰ সুযোগ্য পুত্ৰ বন্ধুবৰ শ্ৰীযুত চন্দ্ৰকুমাৰ আগৰৱালাই তেতিয়া বোধকৰোঁ, কলিকতাৰ প্ৰেছিডেন্সী কলেজৰ দ্বিতীয় বাৰ্ষিক শ্ৰেণীত এফ্-এ পঢ়িছিল। কলিকতাৰ বৰবজাৰত ১০ নম্বৰ আৰ্মেনিয়ন ষ্ট্ৰীটত তেওঁলোকৰ ব্যৱসায়ৰ নিজা কুঠী আছিল। শ্ৰীযুত চন্দ্ৰকুমাৰ আগৰৱালা তাতে থাকি তেওঁলোকৰ বেহা-বেপাৰৰ কাৰ্য্যৰ তত্বাৱধান কৰিছিল আৰু কলেজতো পঢ়িছিল। যিদিনা প্ৰথমতে তেওঁৰে সৈতে মোৰ চিনাজনা হয়, সেই দিনাৰ পৰাই, তেওঁৰ হাঁহিমুখ, মিঠা কথা আৰু

মোহন ব্যৱহাৰে মোৰ মন তেওঁৰ ফালে টানি নিলে। অচিৰতে আমাৰ দুইৰো মাজত বন্ধুতাৰ ঘনিষ্ঠতা সংস্থাপিত হল।" *

এই সময়তে হেম গোসাঁয়ো আহি এই দুই অভিন্ন হৃদয়ৰ আৰু এজন হয়হি। (১) অসমীয়া সাহিত্য-জগতৰ অতি সু-পৰিচিত 'হেম-মাজিউ-বেজ' এই তিনিৰ ত্ৰিবেণীসঙ্গম হয়। তিনিওৰো প্ৰাণৰ কথা তিনিৱে জানিলে। ইজনৰ হৃদয়ত সিজনে ভূমুকি মাৰি চাই দেখিলে সেই একেজনা সাহিত্যৰ লখিমী বিগ্ৰহেই প্ৰত্যেকৰে হৃদয়ৰ মন্দিৰৰ থাপনাত। এই একে সেৱাৰ সেৱক, এই একে তীৰ্থৰ যাত্ৰী তিনিওজন ইজনৰ প্ৰতি সিজনলৈ ইমান আকৃষ্ট হল যে প্ৰত্যেক জনৰেই অসমীয়া সাহিত্যৰ প্ৰতি আন্তৰিকতা অসীম, আশাশুধীয়া আৰু নিভাজ। ইজনৰ আন্তৰিকতা, ভাষা আৰু সাহিত্যৰ উন্নতিৰ ধাউতিত সিজন মুগ্ধ। এইদৰে তিনিওৰ গুণতে তিনিও মুগ্ধ হৈ অসমীয়া সাহিত্য আকাশৰ সেই নিশাৰ আন্ধাৰত তিনিটি অত্যুজ্জ্বল থুপিতৰাৰ দৰে জিলিকিবলৈ ধৰিলে। জোনাবাইৰ লগৰে এটি তৰাৰ দৰে অসমীয়া সাহিত্যৰ আকাশৰ 'জোনাকী' জোনাবাইৰ লগবে এই তিনিটি থুপিতৰাই থুপি পাতি কাললৈকে অসমীয়া সাহিত্য-আকাশত তৰবৰাই থাকিব।

এই সময়ত অসমত অসমীয়া ভাষা উদ্ধাৰৰ কাৰণে এটা প্ৰবল আন্দোলন হবলৈ ধৰে। আনন্দৰাম ঢেকীয়াল ফুকনে অসমত বঙলা ভাষাৰ ঠাইত অসমীয়া ভাষা প্ৰচলনৰ কাৰণে আন্দোলনৰ সূত্ৰপাত কৰে। গুণাভিৰাম বৰুৱা, হেমচন্দ্ৰ বৰুৱা, মাণিকচন্দ্ৰ বৰুৱাকে আদি কৰি অসমৰ অন্যতম কৰ্ণধাৰসকলে এই বিষয়ে প্ৰবল চেষ্টাত নিয়োজিত হয়। আমেৰিকাৰ পাদুৰীসকলেও অসমীয়া ভাষাক জীয়াই তুলিবলৈ অশেষ চেষ্টা কৰিছে। এই সকলৰ চেষ্টা ফলৱতী হলগৈ আৰু অসমীয়া ভাষা পুনৰ পঢ়াশালি আৰু আইন আদালতত

* বাঁহী—১৩শ বছৰ, ৯ম সংখ্যা, ১৮৪৫শক, পুহ, ৩৫৭ পৃষ্ঠা।

(১) হেম গোসাঁইৰ কৱিতাৰ পুথি 'ফুলৰ চাকি' চন্দ্ৰকুমাৰক উছৰ্গা কৰিছিল আৰু তাৰ উত্তৰত চন্দ্ৰকুমাৰে 'ফুলৰ চাকি ৰচোঁতাৰ প্ৰতি' বুলি কৱিতাটো লিখিছিল।



স্থান পালে। অসমত যেনেকৈ ভাষাৰ পুনৰ প্ৰতিষ্ঠাৰ চেষ্টা চলিছিল সেইদৰে কলিকতীয়া অসমীয়া ছাত্ৰসকলৰ মাজতো অসমীয়া সাহিত্যৰ অভ্যুত্থানৰ বাবে আৰু অসমীয়া সাহিত্য গঢ়ি তুলিবলৈ এটা প্ৰবল চেষ্টা চলিছিল। অসমীয়া সাহিত্যক শক্তিশালী কৰি তুলিব পাৰিলেহে অসমীয়া ভাষাক বিদেশী আক্ৰমণৰ পৰা ৰক্ষা কৰি থাকিব পাৰিব আৰু এই অসমীয়া সাহিত্যৰ মাজেদিয়েইহে অসমীয়াৰ জাতীয় উন্নতি গঢ়ি উঠিব তাক অসমীয়া ছাত্ৰসকলে বৰ ভালকৈয়ে উপলব্ধি কৰিছিল।

লক্ষ্মীনাথ বেজবৰুৱাৰ 'অসমীয়া সাহিত্যই সিংহদুৱাৰ।' এই বহুমূলীয়া বাক্যৰ পৰাই তাক বুজিব পাৰি আৰু চন্দ্ৰকুমাৰৰ 'জোনাকী'ৰ উপজি সংখ্যাত দিয়া সম্পাদকীয় প্ৰবন্ধৰ পৰাও এই কথা জলজল পটপট। তলত আমি চন্দ্ৰকুমাৰৰ সেই প্ৰবন্ধটি তুলি দিলোঁ। এই প্ৰবন্ধটিতে চন্দ্ৰকুমাৰৰ লিখাৰ মাজেদিয়েই সকলো অসমীয়া ছাত্ৰৰ অন্তৰৰ ইচ্ছা, মনোভাব আৰু আশা আকাঙ্ক্ষা ফুটি ওলাইছে বুলি কব পাৰি।

## আত্মকথা *

সকলো কথাৰে আৰম্ভণ আছে—আমাৰো আত্মকথা আছে। আমাৰ কবলগীয়া বহুত আছে, লাহে লাহে কৈ থাকিম এই নিমিত্তেই আমি ওলাইছোঁহি। যেই কামতেই কি হওক হাত দিবলৈ গলেই আগেয়ে নিজৰ পৰিচয় দিব লাগে—এয়ে সংসাৰৰ নিয়ম। পাঠকক আমাৰ চিনাকি দিবই লাগিব। কিন্তু অনেকে আমাক দেখিয়েই চিনিব আৰু কোনোৱে বা আমাৰ নিৰ্বুদ্ধিতাৰ সাহ দেখি হাঁহিব—সন্দেহ নাই। আমি যে এই বিপদ সাগৰত ভুৰ বান্ধি ল'বাৰ দৰে পাৰ হবলৈ ওলাইছোঁ তাক আমি জানো। অসমত কাকতৰ গতি কচুপাতত পানীটুপিৰ দৰে। মানুহৰ চেষ্টা অজৰ অমৰ বুলি জানিহে আমাৰ সাহ। উদ্যোগায়ে মৰণ কি কব নোৱাৰে। জীৱনেই হৈছে কাৰ্য্যশীল। কৱিবলগীয়া আমি কৰিম। ফল লাভ পাছৰ কথা। কামৰ চকৰিৰ তলত বহু মৰেও জীয়েও-মৰি জীহে সংসাৰৰ কাৰ্য্য সাধিব পাৰি।

*—জোনাকী প্ৰথম সংখ্যা, মাঘ ১৮১০ শকাব্দ ৯ ফেব্ৰুৱাৰী ১৮৮৯ চন।

আমাৰ উদ্দেশ্য কি অনেকেই সুধিব। সম্প্ৰতি ইয়াকে কলেই হব যে আমাৰ কাৰ্য্য দেখি আমাক সকলোৱে বুজিব পাৰিব— আমাৰ কামটি বুজিব নোৱাৰা সাঁথৰ নহয়। ৰাজনীতি আমাৰ 'ৰাজ্যৰ' বাহিৰ। এই পৰাধীন দেশত 'প্ৰজানীতি'হে ধৰিব-লগীয়া। সাহিত্য, বিজ্ঞান, সমাজ ইত্যাদি আমাৰ আলোচনাৰ বিষয়। এইবিলাক সাধ্যমতে বুজিবলৈ আৰু প্ৰকাশ কৰিবলৈ যত্ন কৰিম। বাদ প্ৰতিবাদ আমি আদৰেৰে আমাৰ কোলাত ঠাই দিম। সেইবুলি ব্যক্তিগত নিন্দাক ওচৰ চাপিবলৈ নিদিওঁ। ভাষালৈ আমাৰ বিশেষ চকু থাকিব। অসমৰ আটাই শ্ৰেণীৰ মানুহে যেন আমাক মৰম কৰে তালৈ আমি যত্ন কৰিম। নকৈ উঠি অহা অসমৰ নিমিত্তে আমাৰ আটাই শক্তি ব্যয় কৰিম। এই পাছ পৰি থকা আন্ধাৰ দেশলৈ অলপ 'জোনাক' সুমুৱাব নোৱাৰিলেও যদি নিজে নিজেও যত্নৰ ফিৰিঙতিৰ পোহৰত বাট পাওঁ তেনে আমাৰ শক্তিৰ মিছা ব্যয় হোৱা নাই বুলি ভাবিম। আমি জানো আমাৰ দেশ শিক্ষাত পাছ, জ্ঞানত ভিক্ষাৰী, ধনত দুখীয়া, সংখ্যা বলত শক্তিহীন, স্বাস্থ্যত ৰুগীয়া, কামত এলেহুৱা আৰু পৰাধীন--কিন্তু আমি নিজ শক্তি অনুযায়ী হইহে কামত হাত দিব পাৰোঁ। আমি যুজি-বলৈ ওলাইছোঁ আন্ধাৰৰ বিপক্ষে উদ্দেশ্য দেশৰ উন্নতি, 'জোনাক'। কিমানলৈ আগবাঢ়িব পাৰিমহঁক সেইটি নিজৰ শক্তি চালনা আৰু সুযোগৰ ওপৰতহে বৈ আছে। আটায়ে উঠিপৰি লাগোঁহক; সুযোগ আপুনি ওলাবহি। পাটীত পৰি দিন গণিবৰ সময় নাই। চাৰিও ফালে হুৰহুৰাই 'কাম' চলিছে— অসমীয়া বহি থাকিব নে? এই ভাপনাও, ভাপৰথ, বিজুলী ডাকৰ দিনতো যদি হাত-ভৰি কোচাই বহি থাকোঁহক তেনে আৰু আগবাঢ়ি যোৱাসকলৰ লগ ধৰিবলৈ আশা কৰিব নোৱাৰি। আমি নিজকে নিজে যোগ্য নকৰিলে অন্যে কৰি নিদিয়েহি। এই সংসাৰেই হৈছে যোগ্যৰ ঘৰ, অযোগ্য অধঃপতনলৈ যাব—Survival of the fittest—পাঠকে দায় নধৰিব, এইখিনিতে সুন্দৰ ইংৰাজী কথা এফাকি তুলি দিলো, তাৰ অৰ্থ ওপৰতে দিয়া হৈছে। তুঁহৰ জুইৰ দৰে অসমীয়াৰ তেজ আৰু উৎসাহ এতিয়া ভাগ্যৰ জাপৰ তলত লুকাই আছে—এবাৰ ভমকাই উঠিবই উঠিব।"

জোনাকী কাকতৰ যে জন্মদাতা চন্দ্ৰকুমাৰেই এই বিষয়ে বেজবৰুৱাৰ জীৱন-সোঁৱৰণত এইদৰে লিখিছে ঃ—



"তেওঁৰ মনৰ ঢাল সাহিত্য চৰ্চ্চাৰ ফালে আৰু মোৰো তথৈবচ। তেওঁ "জোনাকী" নামেৰে এখন মাহেকীয়া অসমীয়া কাকত উলিয়াবলৈ থিৰ কৰি আমাৰে সৈতে পৰামৰ্শ কৰিলে। মই তেওঁক সেই কাৰ্য্যত নথৈ উৎসাহ দি জোনাকীলৈ প্ৰবন্ধ লেখিবলৈ সাজু হলোঁ। ১৮১০ শকৰ মাঘ মাহত জোনাকীৰ প্ৰথম সংখ্যা ওলাল। সেই সংখ্যাৰে পৰা এবছৰলৈকে লেঠাৰি নিছিগাকৈ মোৰ 'লিটিকাই' তাত ওলাবলৈ ধৰিলে। একাধাৰে সম্পাদক, কাৰ্য্যাধ্যক্ষ আৰু স্বত্বাধিকাৰী শ্ৰীযুত চন্দ্ৰকুমাৰ আগৰ-ৱালাই জোনাকীৰ নিমিত্তে অশেষ পৰিশ্ৰম কৰিবলৈ ধৰিলে। প্ৰথম সংখ্যাত তেওঁৰ সুলিখিত 'আত্মকথাই' জোনাকীৰ উদ্দেশ্য শুৱলাকৈ কৈ দিলে।"*

দাৰ্শনিক সাহিত্যিক শ্ৰীযুত নীলমণি ফুকন ডাঙৰীয়াই 'অধি-নায়ক বেজবৰুৱা' প্ৰবন্ধত ৩০শ বছৰৰ ৩য় খণ্ড বাঁহীত এইদৰে 'জোনাকী' আৰু চন্দ্ৰকুমাৰৰ বিষয়ে লিখিছে - "হেমচন্দ্ৰ গোস্বামী, চন্দ্ৰকুমাৰ আগৰৱালা, লক্ষ্মীনাথ বেজবৰুৱা এই ত্ৰিবেণী-সঙ্গমত 'জোনাকী'ৰ জন্ম। অসমৰ মৰ আঁউসী আন্ধাৰত এই "জোনাকী"য়ে ঢিমিকঢামাককৈ পোহৰ দিবলৈ ধৰিলে, এইকণ পোহৰতেই হেমচন্দ্ৰই অসমীয়া ভাষাৰ কেচাসোণ কমাবলৈ ধৰিলে। 'চন্দ্ৰ'ৰ কিৰণে অসমীয়া সাহিত্য আকাশ পোহৰ কৰিলে। 'লক্ষ্মী'ৰ সম্পদ অসমীয়া সাহিত্য ভঁৰালত সোমাল। লক্ষ্মীনাথৰ সম সাম-য়িক আৰু পৰবৰ্ত্তী খ্যাতনামা সাহিত্যিকসকলেও এই জোনাকীৰ পোহৰতে সাহিত্যচৰ্চ্চা কৰি খ্যাতি লাভ কৰে।"

অসমত অসমীয়া মনিষী কেজনৰ আৰু মিছনেৰীৰ চেষ্টাত যদিও অসমীয়া ভাষা ৰক্ষা পৰিল কিন্তু সাহিত্য গঢ়ি উঠিবলৈ কলিকতীয়া অসমীয়া ছাত্ৰৰ ভাগ্যতহে ৰল। কলিকতীয়া অসমীয়া ছাত্ৰসকলৰ পৰাই এই জোনাকীৰ আমোলতে অসমীয়া সাহিত্যৰ কেউবিভাগে জীপ পালে। চন্দ্ৰকুমাৰেই ছাত্ৰ হিচাপে এই জোনাকী চাকিটিৰ প্ৰথমেই শলিতাগছি জ্বলায় আৰু নিজৰ প্ৰতিভাৰ বলত অসমীয়া কৱিতাৰে ভালকৈ প্ৰমাণ কৰি অসমীয়া সাহিত্যিক জগতক পতিয়ন নিওৱায় যে অসমীয়া ভাষাৰেও শুৱলা মধুৰ অতি

*বাঁহী ১৮৪৫শক পুহ, ১৩শ বছৰ ৯ম সংখ্যা ৩৫৮ পৃষ্ঠা।

ওখ ভাবৰ কৱিতা লিখিব পাৰি। এটা জাতিয়ে যেতিয়া নিজৰ সামৰ্থ্যৰ ওপৰত বিশ্বাস কৰিব নোৱাৰা অৱস্থা পায়গৈ বা অৱস্থাৰ ফেৰত বিশ্বাস হেৰুৱাই তেতিয়াই সেই জাতিক লাগে কিছুমান ব্যক্তি—যি সেই জাতিয়ে কৰিব নোৱাৰে বুলি ভৱা কামবোৰ কৃতিত্বৰে কৰি দেখুৱাব পাৰে। তেতিয়া হলেই সেই জাতিৰ মাজত আত্মবিশ্বাস আৰু আত্মনিৰ্ভৰতা জাগি উঠে, নিজৰ সামৰ্থ্যৰ দকৈ বিশ্বাস জন্মে। এয়ে হলেই কৃতকাৰ্য্যতাৰ আশা বুকত লৈ হাতেকামে তেনে কাম কৰিবলৈ আগবাঢ়ি আৰু কৃতকাৰ্য্যতা লভি লাহে লাহে উন্নতিৰ বাটত আগুৱাই যায়। বিশ্বকবি ৰবীন্দ্ৰনাথৰ গান আৰু সুৰবোৰ বঙ্গদেশত ওলোৱাৰ আগতে বঙ্গদেশৰ সঙ্গীতজগতত এটা ধাৰণা বদ্ধমূল হৈ আছিল যে বঙলা ভাষাত গান হব নোৱাৰে। বঙলা ভাষাত যি গান আছে সি মাত্ৰ গ্ৰাম্য আৰু চহাৰ কাৰণেহে উপযুক্ত। সেই সময়ত হিন্দুস্থানী গানবেই বঙলা দেশৰ সকলো ঠাইতে আদৰ আৰু প্ৰসাৰ। বঙলা গান বা সুৰৰ কথা বঙালীয়ে সপোনতো ঠাই নিদিছিল—অৱশ্যে উচ্চ শ্ৰেণীৰ সঙ্গীত হিচাপে। কিন্তু ৰবীন্দ্ৰনাথৰ গান আৰু সুৰে যেতিয়া ৰবীন্দ্ৰ-প্ৰতিভাৰে উদ্ভাসিত হৈ আহি বঙালীৰ আগত উজলি উঠিলহি তেতিয়াৰে পৰা বঙ্গদেশৰ সেই ধাৰণাৰ পৰিবৰ্ত্তন হৈ এতিয়া আমূল পৰিবৰ্ত্তন হল আৰু আনকি বঙালীয়ে বঙ্গ ভাষাইহে সুৰৰ বাহন হিচাপে শ্ৰেষ্ঠ ভাষা তাকো দাবী কৰিবলৈ ওলাল। নতুন বস্তুৱে আৰু নকৈ বিকাশ হব ধৰা প্ৰতিভাই প্ৰথমতে স্থিতিশীল সমাজৰ পৰা যি প্ৰতিক্ৰিয়াশীল প্ৰতিৰোধ পায় সিও যে ৰবীন্দ্ৰনাথৰ গান আৰু সুৰৰ লগে লগে ৰবীন্দ্ৰনাথৰো ভাগ্যত ঘটা নাই তেনে নহয়। ৰবীন্দ্ৰনাথে সেই কেঁহা-তিতাৰ কেপালিমান ভালকৈয়ে খাবলগীয়াত পৰিছিল; কিন্তু লাহে লাহে উদয় হৈ অহা বেলিৰ আগৰ পৰা কুঁৱলী আঁতৰাদি এইবোৰ অৱশেষত আঁতৰি যাবলৈ বাধ্য হল আৰু ৰবীন্দ্ৰনাথৰ গান-সুৰে বঙ্গদেশৰ সঙ্গীত-জগতক বদালীৰে সোণোৱালী কৰি, বঙ্গদেশৰ সঙ্গীত-সাহিত্য-জগতৰ আগত উজ্জল কৰিলে ৰবীন্দ্ৰনাথেও বিশ্বকবি হৈ। নিখিল পৃথিৱীৰ সকলো সুধীবৃন্দকে মুগ্ধ কৰি থৈ ভাৰতৰ গৌৰৱ বঢ়াইছে।

আধুনিক অসমীয়া কৱিতা জগতত সেইদৰেই চন্দ্ৰকুমাৰৰ কৱিতাই এটা আলোড়ন সৃষ্টি কৰি অসমীয়া কৱিতাৰ চানেকী



দাঙি ধৰিলে। চন্দ্ৰকুমাৰৰ 'বনকুঁৱৰী' কৱিতাই অসমীয়া ৰোমান্টিক কৱিতাৰ প্ৰথম ফুল পাহি। এই কৱিতাটিৰ কেশাৰীমানৰ সৈতে তাৰ আগৰ কৱিতা কিছুমান ৰিজাই চালে বুজিব পাৰি যে চন্দ্ৰকুমাৰৰ কৱিতাই অসমীয়া কৱিতাক কোন শাৰীলৈ তুলি আনিলে। কৱিসাহিত্যিক শ্ৰীযুত ডিম্বেশ্বৰ নেওগদেৱে তেখেতৰ কাব্যপ্ৰতিভা পুথিত চন্দ্ৰকুমাৰৰ চিনাকি দিওঁতে কৈছে—"অসমীয়া ভাষাত যে অতি শুৱলা কৱিতা লিখা হব পাৰে জয়ে জয়ে 'জোনাকী' কাকতত ওলোৱা এওঁৰ কৱিতাই প্ৰমাণ কৰে।" অসম ছাত্ৰ সম্মিলন তেজপুৰ অধিবেশনলৈ আহোঁতে ছাৰ প্ৰফুল্লচন্দ্ৰ ৰায়ক চন্দ্ৰকুমাৰৰ 'প্ৰতিমা' আৰু 'বীণবৰাগী' অসমীয়া কৱিতাৰ নিদৰ্শনৰূপে পঢ়িবলৈ দিয়া হৈছিল। কেদিনমান পিছত চন্দ্ৰকুমাৰৰ ভায়েক পৰমানন্দৰ সৈতে ৰায়ৰ সাক্ষাত হওঁতে তেওঁ কৈছিল—"আপনার দাদার কবিতার বই আমি খুব মনযোগ দিয়ে পরেছি। আপনার দাদা একজন খুব ভাল কবি।" এই কথাকেষাৰ এই লিখকে নিজ কাণেই শুনিছিল।

চন্দ্ৰকুমাৰৰ বনকুঁৱৰী *

নিজম দুপৰীয়া,— সুহুৰিটি মাৰি
মাতিলেনো কোনে কাক?
বিজন বনত কোন কত আছে
হালিছে গছৰ আগ।
গহীন গছত বতাহৰ ছাটি
পাত কঁপে থৰ থৰ,
হাবিৰ মাজৰ পৰা কোনেনো বা
মাতি উঠে 'মৰ মৰ'?
নিচুক লতিকা গছক সাৰটি—
প্ৰতি অঙ্গে চুমাচুমি,
পাতৰ আঁৰত থাকি কপৌটিয়ে
কিবা কৰে জুমাজুমি!
মৰমৰ গীত জুৰিলে লাজুকী
মাত ফুটেই বা নাই,

*জোনাকীৰ উপজি সংখ্যাত ১২ পৃষ্ঠাত প্ৰথমেই প্ৰকাশিত হৈছিল।

বিৰিখে হাঁহিছে হালিছেজালিছে
নইৰ মুখলৈ চাই!
কিবা কথা কয় নৈয়ে কুলু কুলু
ইয়াটো ধেমালি যিহে!
কোনে চায় নিতৌ বনৰ ধেমালি
—মাতিলেনো সিটি কিহে?
গছৰ আগত ময়না পখিটি,
মাতি সি নিচুক হ'ল,
শুনো, শুনো, শুনিবলৈ বাট চাওঁ,
মনতে হেঁপাহ ৰল।
সিজুপি বকুল,—এই এৰাবাৰী
কোন কাহানিবা গ'ল—
চিন এই ভেটি তামোল-লেটেকু
হ'ল বহু দিন হ'ল!
বাঁহৰ ছঁয়াত গজালি গজিছে
কোননো ইয়াত ফুৰে?
জুৰ জুৰ কৰি বতাহ বলিছে
বাঁহৰ মাজে মাজে ঘূৰে।
পাতে পাতে কিবা ফুচ্‌ফুচাইছে
মাৰিছে মিচিকি হাঁহি—
কলাঘুমটীয়া সুখৰ এলাহ
বতাহে সুৰসুৰায়হি।
গাত গা লগাই কপৌ দুটিয়ে
মুখতে মুখ দি আছে,
অকণি বুকুত ইটিক সুমাই
সিটিয়ে মৰম যাচে।
অকণি ছোৱালী যক্ষিণী-কন্যা
এফেৰি ফুলৰে পাহি
জানৰ কাণত পানী খুৱাইছে
হৰিণাপোৱালি লাহি।
চমকি চায়, ৰই থাকে থৰে—
কুমাৰীৰ মুখলৈ চাই,



'কিনো চাইছ' বুলি ছোৱালীয়ে
গালতে হাঁহি চৰায়।
দুখোজতে লৰি পালেগৈ ঘূৰি
যক্ষিণীকুমাৰী মাজ,
আঁহতৰ তলে নাচিছে দুজনী
পিন্ধি বনফুল সাজ।
মুকলি চুলিৰে নাম গায় ঘূৰি
চাপৰি টুক্ টুক্ টুক্—
ৰূপহীৰ মেল দেৱযোনি খেল
মানুহে নেদেখা মুখ।
খিল্ খিল্ হাঁহি গ'ল দিহাদিহি
ছিঙে ফুল কতোজনী,
কপৌৰ বাঁহলৈ উৰি গ'ল কোনো,
দিলে গই চুমা একণি!
খোপাত পিন্ধিছে বনৰ পখিলা,
আটাই আপোন ধন,
বনফুলৰ মৌ পিছে কোনোৱেবা
শান্ত হ মানুহ-মন!
কি দেখিছ সৌ শ্যামল পাটীত
ছঁয়াত বা কিনো চাম!
নীল চুলি মেলাইছে কোনেনো বা—
মুখনি উজ্জ্বল শ্যাম।
মৰকত মণি জিলিকে শিৰত—
দেৱী হব বনকুঁৱৰী,
মুকুতাৰে আঁৰা লগতে ইজনা
জলৰ দেৱী নীয়ৰী।
চুলি বান্ধি দিছে কুঁৱৰীৰ মেলি,
খোপাত আঁৰিছে মলা,
আগতে অলেখ বনফুলৰাশি
ৰূপেৰে গোন্ধেৰে ভৰা।
জুৰ জুৰ কৰি আনিলে বতাহে
উৰাই কেতেকীপাহি,

মল্‌মলাই গ'ল দিশ বিদিশ,
মাতিলে বতাহে হাঁহি—
"মৰম ভিখাৰী; বিচাৰিছো দেৱী
প্ৰাণৰ অমিয়া মাধুৰী।"
মিচিকনি মাৰি, হাঁহি দান দিলে
ছুয়ো প্ৰকৃতিকুঁৱৰী।
অথিৰ বায়ুৰ শিয়ঁৰিল নোম,
উছলাইছে গৈ জান,
কাৰণ নেদেখা আনন্দৰ ঢৌৰে
বুৰালে প্ৰাণীৰ প্ৰাণ!

বিলাতলৈ যোৱা বিষয়ে ব্যৰ্থমনোৰথ হৈ চন্দ্ৰকুমাৰ কিছুদিন ভৱিষ্য কৰ্ম্মপন্থাৰ বিষয়ে একো স্থিৰ কৰিব নোৱাৰি ডিব্ৰুগড়ত থাকে। ডিব্ৰুগড়ৰ পৰা সাত মাইল দূৰত তামোলবাৰী চাহ বাগিচা তেতিয়া হৰিবিলাসে নকৈ খুলিছিল আৰু বাগিচাৰ মেনেজাৰ হিচাপে ই, আৰ, ষ্টুৱাৰ্ট নামেৰে এজন য়ুৰোপীয় ভদ্ৰলোক ৰাখিছিল। সেই সময়ত তামোলবাৰী বাগিচা মাথোন ৩০।৪০ একৰমানহে হৈছিল আৰু তেতিয়া তামোলবাৰীক বাগিচামুৱাকৈ গঢ়িবলৈ যথেষ্ট সময় আৰু অৰ্থৰ খৰচৰ বাট আছিল। চন্দ্ৰকুমাৰে বাগিচাতে থাকিবৰ ইচ্ছা কৰি যদিও মাজেসময়ে গৈ বাগিচাত আছিলগৈ তথাপিও তাত তেতিয়া চন্দ্ৰকুমাৰৰ মন বহুৱাব পৰা নাছিল আৰু বিশেষকৈ মিঃ ষ্টুৱাৰ্টৰ তলত কাম কৰিবলৈ তেওঁৰ সমূলি ইচ্ছা নাছিল যদিও দেউতাকে ষ্টুৱাৰ্টৰ তলতে থাকি বাগিচাৰ কাম-কাজ শিকিবলৈ তেওঁক কৈছিল। চন্দ্ৰকুমাৰে কলেজীয়া জীৱনত যি ভৱিষ্যতৰ সোণালী সপোন গঢ়িছিল বিলাতলৈ গৈ বেৰিষ্টাৰী পাছ কৰি আহি কলিকতাত থাকি নিজৰ সাংসাৰিক জীৱনটো আন ধৰণেৰে গঢ়ি লৈ দেশৰ সাহিত্য আদিত আত্মনিয়োগ কৰি ৰাজহুৱা জীৱন যাপন কৰিবলৈ সেই সপোন এতিয়া মৰিমূৰ হৈ যোৱাত তেখেতৰ মনত এটা ক্ষোভৰ সৃষ্টি হল। এতিয়া নতুনকৈ খোলা চাহবাগিচা এখনত সোমাই বাহিৰা সভ্যতাৰ সংশ্ৰৱৰ পৰা নিজকে আঁতৰকৈ ৰাখি আৰু কলেজীয়া দিনৰে পৰা কৰা ভৱিষ্য জীৱনৰ প্লেন এৰি একেবাৰে অনিশ্চিত আৰু আগৰে পৰা বাঞ্ছা নকৰা এক জীৱনযাত্ৰাৰ প্ৰণালী সাৱটি লবলৈ টান পালে।



সেই সময়ত হৰিবিলাসৰ ৰবৰৰ কাৰবাৰ আছিল—কিন্তু সি সেই সময়ত পৰি আহিছিল। এই ৰবৰৰ কাৰবাৰতে হৰিবিলাসে লাখ লাখ টকা আৰ্জ্জে। এতিয়া চন্দ্ৰকুমাৰে সেই ৰবৰৰ কাৰবাৰকে ভালকৈ কৰি—সেই সূত্ৰে কলিকতাত নতুন কিবা কাৰবাৰৰ মানসে ডিব্ৰুগড়ৰ পৰা গমিৰি তেজপুৰলৈ আহে। যদিও চন্দ্ৰকুমাৰে ৰবৰ তেজপুৰৰ পৰা নিয়াই আকৌ কলিকতাত কাৰবাৰ কৰেগৈ তথাপি সেই ৰবৰৰ কাৰবাৰত আশাতীত স্বৰূপ ফল নাপালে। ৰবৰৰ সেই সময়ত কাৰবাৰ বেয়া হৈ আহিছিল আৰু আগৰ লাভ নিদিছিল। সেই কাৰণে ৰবৰৰ কাৰবাৰ অলপ হাতত লৈয়েই তাকো এৰিবলগীয়া হল।

চন্দ্ৰকুমাৰ এইদৰে কলিকতাত থাকোঁতেই তেওঁ তামোলবাৰী চাহবাগিচাত খুটিমাৰি বহিবলগীয়া হলহি এটা কথাৰ পৰা। ইয়াৰ কিছুদিনৰ আগৰে পৰা হৰিবিলাসে তেজপুৰত এটা ডাঙৰ কাঠ ফলা কল খুলিছিল আৰু ইয়াত ইঞ্জিনিয়াৰ হিচাপে ৰাখিছিল ইয়ং নামেৰে এজন য়ুৰোপীয়ানক। ইয়াৰ মেনেজাৰ আছিল তেজপুৰৰ লক্ষ্মীকান্ত বৰকাকতী। তেজপুৰৰ সকলো চাহ বাগিচাই তেতিয়া এই হৰিবিলাসৰ কলৰ পৰাই চাহ বাকচ লৈছিল। এই কাঠ কলৰ বহুত টকা চাহ বাগিচাত বাকী সোমায়। মেনেজাৰ লক্ষ্মীকান্তই সেই বাকী আদায় কৰিবৰ কাৰণে চাহখেতিয়ক কিছুমানলৈ বৰ চোকাকৈ তাগিদ দি চিঠি লিখে আৰু এই চিঠিয়েই হৰিবিলাসৰ ভাগ্য আকাশত বিৰাট পৰিবৰ্ত্তন আনি সেই সময়ৰ অসমৰ ভিতৰত সৰ্ব্বশ্ৰেষ্ঠ ধনী আগৰৱালা পৰিয়ালক প্ৰায় কপৰ্দ্দক শূন্য অৱস্থালৈ নমাই আনে। এজন লোকৰ যৎসামান্য বিবেচনাৰ ত্ৰুটীৰ পৰাই যে কি ঘটনা ঘটি উঠিব পাৰে ই তাৰেই জাজ্জ্বল্য প্ৰমাণ। ৰাজনৈতিক ক্ষেত্ৰত সামান্য এখন চিঠিয়ে বহু সময়ত এখন ৰাজ্যত বিপৰ্য্যয় ঘটোৱাৰ কথা বুৰঞ্জীত বিচাৰিলে পোৱা যাব যেনে ৰোমাঞ্চকৰ, আগৰৱালা পৰিয়ালৰ এজন কৰ্ম্মচাৰীৰ সামান্য ত্ৰুটী বা কৰ্ত্তব্যত অতি কঠোৰ হোৱাৰ বাবেই যি ভাগ্য বিপৰ্য্যয় সিও কম ৰোমাঞ্চকৰ নহয়।

হৰিবিলাসৰ কাঠ ফলাকল আৰু ভাগ্য বিপৰ্য্যয়

এই চিঠি পায়েই সকলো চাহখেতিয়ক জ্বলিপকি উঠিল। ইংৰাজ সিংহৰ পোৱালিসকলে হৰিবিলাসৰ মেনেজাৰৰ এই চিঠি হজম কৰিব নোৱাৰিলে। চিঠিৰ উদ্দেশ্য যদিও সিদ্ধি হল—সেই চিঠিয়েই হৰিবিলাসৰ কাঠ ফলা কলৰ গুৰিতে কুঠাৰাঘাত কৰিলে। সকলো চাহখেতিয়ক একমুঠ হৈ হৰিবিলাসৰ কাঠ কল বৰ্জ্জন কৰিলে। হৰিবিলাসৰ হাজাৰ হাজাৰ চাহ বাকচ এনেয়ে জহি পচি গল। লগে লগে চাহখেতিয়কসকলে মিঃ বাইৰণ নামেৰে এজন ইংৰাজৰ দ্বাৰাই তেজপুৰত এটা কাঠ ফলা কল বহুৱাই হৰিবিলাসৰ কলৰ সৰ্ব্বনাশ কৰিবলৈ দৃঢ়সঙ্কল্প হল। ফলত হৰিবিলাসৰ সেই কাঠ ফলা কলত অজস্ৰ টকা লোকচান পৰিল আৰু সেই লোকচানে হৰিবিলাসৰ কাৰবাৰৰ গুৰি লৰাই দিলে। এই বিৰাট লোকচান হলত এই কাঠ ফলা কল বন্ধ কৰিবলগীয়া হল আৰু বজাৰত থকা এটা যশস্যা হৰিবিলাসৰ নষ্ট পোৱাৰ দৰে হল। কলিকতাৰ কাৰবাৰত বহুত মানুহৰ টকা জমা আছিল সেইবোৰ হঠাতে সকলোৱেই বিচাৰি আহিল। হৰিবিলাসে নিজৰ হাতৰ সকলো দি থৈ শেষত কলিকতাৰ ১০ নং আৰ্মেনিয়ন ষ্ট্ৰীটৰ ঘৰটোও বেচিবলগীয়া হল। এই কলিকতাৰ ঘৰ বেচা সংক্ৰান্ততে হৰিবিলাসে নিজৰ বাক্যৰ কি মূল্য দিছিল তাক শুনিলেও বিশ্বাস কৰিবৰ সত নাযায়। পুৱাবেলা এজন গ্ৰাহকে আহি তেখেতক ৭২ হাজাৰ টকা যাচি ঘৰটো কিনিবলৈ স্থিৰ কৰি যায় আৰু হৰিবিলাসেও তেওঁ মুখেৰে তাতে সম্মতি দি বাক্য দিয়ে। আবেলি আকৌ এজনে আহি তেখেতক ৯০ হাজাৰ টকা যাচি দি তেওঁকে বেচিবলৈ টানি ধৰেহি। কিন্তু হৰিবিলাসে মাত্ৰ মুখৰ এষাৰ কথা এৰিবলৈ টান পালে। যথাসৰ্ব্বস্ব যাবলৈ ধৰাৰ দিনতো সামান্য মুখৰ বাক্য এষাৰিৰ বাবে ১৮ হাজাৰ টকা এৰি দি ৯০ হাজাৰ যচাজনক এই বুলি কৈ বিদায় দিলে—"মই আজি এজনক ৭২ হাজাৰত দিম বুলি কথা দিলোঁ। মই আৰু সেই জবান ঘূৰাব নোৱাৰোঁ। চাৰি পইচা ঘটিবলৈ পাঁচবাৰ কথা সলোৱা ঘৰ কিনিবলৈ অহা বণিয়া পোৱালি বিচুৰ্ত্তি খাই হৰিবিলাসক এক প্ৰচণ্ড মূৰ্খ বুলি ভাবি গুচি গল বোধকৰোঁ আৰু সি সেই হৰিবিলাসৰ মহত্ব দেখিবলৈ পালে নে নাই কব নোৱাৰোঁ আৰু আজিও কিমানে তাক মূৰ্খতা বা ভাবপ্ৰৱণতা বুলি কব তাকো কব নোৱাৰোঁ।



এইদৰেই হৰিবিলাসৰ কলিকতাৰ সেই মূল্যৱান সম্পত্তি হস্তান্তৰিত হল। ইয়াৰ লগে লগে হৰিবিলাসৰ অসমৰ চাৰিওফালে থকা দোকানবোৰ বন্ধ হল। যদিও তেতিয়া হৰিবিলাসৰ যথেষ্ট সম্পত্তি থাকিল তথাপি হাতত নগদ টকাৰ মহা অনাটন উপস্থিত হল। কিন্তু তথাপিতো সংসাৰ-যাত্ৰা চলাই ৰাখিব লাগিব ইমান ডাঙৰ পৰিয়াল এটাৰ। সেই কাৰণেই হৰিবিলাস লাহে লাহে ঋণগ্ৰস্ত হবলৈ ধৰিলে আৰু এদিনাখন সেই ঋণপৰিশোধৰো সময় উপস্থিত হলহি। ইমান দিন অঋণী হৈ থকা হৰিবিলাসে যেনে-তেনে ঋণপৰিশোধ কৰিবলৈ ইচ্ছা কৰি ডিব্ৰুগড়ৰ বহু মূল্যৱান ভূ-সম্পত্তিবোৰ নাইবা তামোলবাৰী বাগিচা ধাৰত মাৰি দি ঋণমুক্ত হবলৈ পুতেকহঁতক এই বিষয়ে পৰামৰ্শ সুধিলে। চন্দ্ৰকুমাৰ এইখিনিতে দৃঢ়চিত্তেৰে উপস্থিত হলহি আৰু এক মুহূৰ্ত্তৰ ভিতৰতে জীৱনৰ বাট স্থিৰ কৰিলে। তামোলবাৰী চাহবাগিচা ৰাখি ডিব্ৰুগড়ৰ সকলো ভূসম্পত্তিবোৰ ডিব্ৰুগড়ত থকা দেউতাকৰ দিনৰ ভেটিৰে সৈতে সকলো বেচি দি হৰিবিলাস ঋণমুক্ত হল। এখন চিঠিৰ কেটামান আখৰে জ্বলোৱা জুইকুৰাই হৰিবিলাসৰ পিতৃদিনৰ ঘৰ-ভেটিৰে সৈতে শেষ কৰিহে লাহে লাহে নিৰ্ব্বাপিত হবলৈ ধৰিলে। ফিৰিঙটিৰ পৰা খাণ্ডৱদাহ হল। আগৰৱালা পৰিয়ালৰ মূৰৰ ওপৰেদি এটা প্ৰচণ্ড ধুমুহা গল। অৱশ্যে হৰিবিলাস অচল অটল হৈ থাকি বাকী থকা সম্বলকে সাৰথি কৰি জীৱনৰ জয়যাত্ৰাত নবলেৰে নবুদ্ধিৰে ওলাল। এইখিনিতে চন্দ্ৰকুমাৰে কান্ধ পাতিলেহি—"কৰ্ম্ম উছৰ্গি কৰ্ম্মদেৱলৈ।" চন্দ্ৰকুমাৰ সংসাৰৰ বিকটদশন দৈত্যৰ সৈতে যুঁজিবলৈ সক্ষম হল। এই সময়তে চন্দ্ৰকুমাৰৰ ভিতৰৰ কৱিজনে গালে—

কৰ্ম্মদেৱ !
কি দেখিছা ? শিলেৰে বন্ধালোঁ এই হিয়া,
সাধনাৰ অসি হাতে ওলালোঁ এতিয়া।
কৰ্ম্মফল উছৰ্গিলোঁ কৰ্ম্মদেৱলৈ—
শৰীৰৰ ভস্মৰাশি দশদিগলৈ।
কি ভয় মৰণে-ৰণে, নাই, ভয় নাই;
কৰ্ত্তব্য-মুকুট শিৰে পিন্ধালে গোসাঁই।
পুণ্যময় তেজকণ উঠক উছাহি—

তেজঃপুঞ্জে প্লাৱিত কৰোক শৰৰাশি।
শক্তিৰ মন্ত্ৰেৰে আৰাধিলোঁ ইষ্টদেৱ,
শক্তিৰ সন্তান মই নোহোঁ আৰু কেওঁ।

চন্দ্ৰকুমাৰে এই বাৰ বহুমুখী মনক একমুখী কৰি তামোলবাৰীকে লখিমী বুলি সাৱটি ললে। তামোলবাৰীলৈ আহিল। এই বাৰ তামোলবাৰীলৈ আহি তামোলবাৰী গ্ৰেণ্টৰ সীমা সোমাই তেওঁ কি কৰিছিল তাক এই লিখকে তেখেতৰ মুখৰ পৰা শুনিবৰ ভাগ্য ঘটিছিল। তেওঁ কৈছিল—"তাৰ পিছত মই সেই দিনা তামোলবাৰীলৈ আহি বুঢ়াদলং (তামোলবাৰী সোমোৱা বাটত প্ৰথমেই পোৱা দলং। এই দলঙৰ পৰাই তামোলবাৰীৰ সীমা আৰম্ভ) পাৰ হৈ তামোলবাৰীৰ মাটি অলপ হাতত লৈ মূৰত তুলি ললোঁ আৰু কলোঁ—আজিৰ পৰা এই তামোলবাৰীকে ধৰিলোঁ। এই তামোলবাৰীয়ে মাৰিলেও মাৰিব, তাৰিলেও তাৰিব। তাৰ পিছত ২৩ বছৰ মই তামোলবাৰীত থাকিলোঁ। চন্দ্ৰকুমাৰে তামোলবাৰীত বহি অৱস্থাৰ লগত দুৰ্ঘোৰ সংগ্ৰাম আৰম্ভ কৰিলে আৰু এই তামোলবাৰীয়ে আকৌ আগৰৱালা-পৰিয়ালক কেবছৰমানৰ ভিতৰতেই লাহে লাহে আগৰ অৱস্থালৈ ঘূৰাই আনিলে। হৰিবিলাসৰ দীৰ্ঘদৃষ্টিৰ বাবে তামোলবাৰী বাগিচা স্থাপন হল আৰু চন্দ্ৰকুমাৰৰ একাগ্ৰতা আৰু কৰ্ম্মশক্তিৰ গুণত আগৰৱালা বংশৰ হেৰোৱা লখিমী উভতি আহিল।

যদিও চন্দ্ৰকুমাৰ বাগিচাত মূৰ পুতি লাগিলহি তথাপিও বাগিচা বহলাবলৈ আৰু অৰ্থৰ প্ৰয়োজন হল। তেওঁ অৰ্থসংগ্ৰহ কৰিবলৈ যথেষ্ট শক্তি খটুৱাবলগীয়া হল অৱশ্যে হৰিবিলাসৰ বিচক্ষণতা, অদম্য উত্তম আৰু সাহেও এই বিষয়ে তেওঁক যথেষ্ট সহায় কৰিলে।

কাৰবাৰবোৰ চাৰিওফালে বেয়া হৈ যোৱা আৰু ডিব্ৰুগড়ৰ ভূসম্পত্তি হস্তান্তৰিত হৈ যোৱাতো হৰিবিলাস নিৰুৎসাহ হৈ দমি নগল। হৰিবিলাসে চন্দ্ৰকুমাৰৰ হাতত চাহবাগিচা গতাই দি নন কাৰবাৰৰ বিষয়ে চেষ্টা কৰিবলৈ ধৰিলে। এই সময়তে তেওঁ দৰং আৰু নগাৱৰ বেতৰ মহল ললে আৰু বেতৰ মহল চলাবলৈ এজন পুৰণি বন্ধুৰ পৰা সহায় লৈ বেতৰ মহলেৰে অৱস্থা কিছু



স্বচ্ছল কৰিব পাৰিলে। বৈ যোৱা ভাগ্যৰ চকৰীটো আকৌ হৰিবিলাসে ঘূৰাই দিবলৈ যত্ন কৰিলে। ভাগ্যৰ চকৰী ঘূৰিল। লাহে লাহে উন্নতিৰ বাটত আগবাঢ়ি যাবলৈ ধৰিলে। চন্দ্ৰকুমাৰ বাগিচাত সোমাল— বাগিচাতে থাকিবলৈ চাহপাতৰ মন্ত্ৰকে জপিবলৈ আৰু এই বাগিচাৰে পৰা নিজৰ আৰু নিজৰ পৰিয়ালৰ অৱস্থা টনকিয়াল কৰি তুলিবলৈ।

ডেকা কালডোখৰত চন্দ্ৰকুমাৰ বৰ খৰচা বুলি বংশ-পৰিয়ালৰ ভিতৰত এটা কুখ্যাতি আছিল। কলিকতাৰ কলেজত পঢ়া সময়ত তেওঁৰ হাতেদি যথেষ্ট টকা ক্ষয় হৈছিল। তাৰ কাৰণ বোধকৰোঁ তেওঁৰ থকামেলাৰ ধৰণ কিছু তেওঁৰ ভাই-ককাইতকৈ যদিও এক হিচাপে ব্যয়সাপেক্ষ নাছিল তথাপি আন কিছুমান কথাৰ পৰা তেওঁ ব্যয়বাহুল্যৰ মাজেদি যাবলগীয়া হৈছিল। এই কথাটো আমি এইখিনিতে ফঁহিয়াই চাব লাগিব, কাৰণ পিছৰ জীৱনত হিচাপ সম্পৰ্কে চন্দ্ৰকুমাৰ আছিল পৰিপাটি আৰু অতি মিতব্যয়ী। সাধাৰণতে খৰচী বুলিলে আমি যিটো বুজোঁ তেওঁ তেনে খৰচীয়েই আছিল নে, নে তেওঁৰ ব্যয়বাহুল্য মাথোন তেওঁৰ বিশেষ ইচ্ছা পূৰণৰ বাবে বা কোনো কাৰ্য্যসূত্ৰত হৈছিল? সাধাৰণতে খৰচী আখ্যাই অবিবেচনা, দায়িত্ব-জ্ঞানশূন্যতা আৰু অসংযমী বুলিও বুজায় বা সঁচাকৈয়ে এই তিনি দোষো খৰচীৰ গুৰিতে থাকে। চন্দ্ৰকুমাৰৰ গাত এই তিনি দোষ লক্ষিয়েই তেওঁক ব্যয়বাহুল্যলৈ নিছিল নে আন কোনো আমি সমৰ্থন কৰিবলগীয়া কথাতহে তেওঁৰ ব্যয়বাহুল্য হৈছিল তাক আমি পম খেদি চাব লাগিব।

**কলেজীয়া দিন**

চন্দ্ৰকুমাৰ কলিকতাত কলেজত থাকোঁতে কেৱল কলেজলৈ অহা-যোৱা কৰিয়েই তেওঁ কলেজীয়া পাঠ পঢ়ি থকা নাছিল। এক-ৰকম চাবলৈ গলে তেওঁ কলিকতাত ছাত্ৰৰ মাজত ৰাজহুৱা জীৱন যাপন কৰিছিল। অসমীয়া ভাষা আৰু সাহিত্য সম্বন্ধে তেওঁ বহুতো কাৰ্য্য হাতত লৈ আনকি নিজেই আগৰণুৱা হৈ অসমীয়া সাহিত্যৰ পুনৰ অভ্যুত্থানৰ আন্দোলন আৰম্ভ কৰে। এই সংক্ৰান্তত তেওঁৰ নানা লোকৰ সতে চলনফুৰণ হৈছিল আৰু সেই বাবেই কিছুমান উপকৰা খৰচ কৰিবলগীয়া হৈছিল আৰু বিশেষতে তেওঁ কলিকতীয়া ধনা বঙালী,

মাৰোৱাৰী ধনী সম্প্ৰদায়ৰ সতে চলাচল ৰাখিছিল আৰু Cultural Communionৰ বাবে ঠাকুৰ পৰিয়ালৰ সতে ঘনিষ্ঠতা কৰিছিল। ঋতেন্দ্ৰনাথ ঠাকুৰৰ সৈতে তেওঁৰ ঘনিষ্ঠতাই আছিল বেছি। ঋতেন্দ্ৰনাথ ঠাকুৰৰ লগত থকা ঘনিষ্ঠ সমন্ধৰ ফলতেই চন্দ্ৰকুমাৰৰ অভিন্নহৃদয় লক্ষ্মীনাথৰ লগত প্ৰজ্ঞাসুন্দৰীৰ বৈবাহিক সমন্ধ ঘটিবলৈ পায়।

এইদৰে তেওঁ ছাত্ৰজীৱনৰ গণ্ডীৰ পৰা বাহিৰত ফুৰা বাবেই নাইবা ছাত্ৰজীৱনৰ গণ্ডীৰ পৰিসৰ বহুতো বঢ়াই লোৱাত তেওঁৰ সাধাৰণ ছাত্ৰ বা অন্যান্য ভাই-ককাইতকৈ ব্যয়বাহুল্যলৈ গৈছিল। এইবোৰ ছাত্ৰ-জীৱনৰ ওপৰঞ্চি কামৰ বাবে যিবোৰ লোকৰ সৈতে তেওঁ চলনফুৰণ কৰিছিল আৰু যিবোৰৰ লগত ঘনিষ্ঠতা কৰিছিল সেইবোৰৰ সৈতে সমানে চলিব লগাত পৰিছিল দেখিয়েই প্ৰধানতে তেওঁৰ ব্যয়বাহুল্য হৈছিল। তেওঁ যদি নিজৰ সামৰ্থ্য বা সামাজিক স্থানৰ লগত সম্পৰ্ক নাৰাখি তেনে ব্যয়বাহুল্যলৈ গলহেঁতেন সি অৱশ্যে দোষণীয় হলহেঁতেন। কিন্তু হৰিবিলাসৰ সেই সময়ত যি উপাৰ্জ্জন আৰু হৰিবিলাসে নিজে আৰু পৰিয়ালক যি ধৰণত ৰাখিছিল আৰু বিশেষতে কলিকতাত সেই সময়ত হৰিবিলাসৰ যি প্ৰতিপত্তি আছিল তালৈ চাই স্বাভাৱিকতে হৰিবিলাসৰ এজন উচ্চ শিক্ষাৰ্থী পুতেকৰ খৰচ বেছি হোৱাটো স্বাভাৱিক। সঁচাকৈয়ে যদি তেওঁৰ সেইটো প্ৰকৃতিয়েই আছিল ডেকা কালত তাক গুচাই অলপ দিনৰ ভিতৰতে সম্পূৰ্ণ পৰিবৰ্ত্তনৰ মাজেদি গৈ পিছত ঘোৰ কাৰবাৰী আৰু পইচাটোলৈকে হিচাপী হৈ পৰা হোৱাটোও বা নিজকে তেনে কৰি লোৱাটোও চন্দ্ৰকুমাৰৰ চৰিত্ৰৰ এটা বিশেষত্ব। বহু ধনীৰ ‌ৰাক দেখা যায় যে আজীৱন সুখ-স্বাচ্ছল্য আৰু বিলাস ব্যয়বাহুল্যতাৰ মাজত থাকি পিছত অৱস্থাৰ বিপৰ্য্যয়ৰ লগে লগে নিজক সেইদৰে খাপ খুৱাই লবৰ বাবে নিজৰ আৱশ্যকীয় মনোবল নথকাৰ বাবেই একেবাৰে সৰ্ব্বনাশৰ শেষ সীমাত উপস্থিত হয়গৈ আৰু পুনৰ উধাব নোৱাৰা অৱস্থাত পৰেগৈ। কিন্তু চন্দ্ৰকুমাৰে এইখিনিতে অৱস্থা অনুসৰি নিজকে কট্‌কটীয়াকৈ বান্ধি পেলাই নিজৰ ওখ মনোবলৰ চিনাকি দি থৈ গৈছে।



চন্দ্ৰকুমাৰ বাগিচাত থকা তিনি বছৰৰ পিছত দেউতাকৰ সৈতে মতৰ বিৰোধিতা হৈ তেওঁ আকৌ এবাৰ বাগিচাৰ পৰা ওলাই যাবলগীয়া হয়। চন্দ্ৰকুমাৰে বাগিচা লোৱাৰে পৰা আৰু তাৰ আগতে বাগিচা বিশেষ লোকচানলৈ নোযোৱাকৈ চলি আছিল অৱশ্যে লাভো হোৱা নাছিল। সেই সময়ত বাগিচাৰ লাভ হবৰ নৌ হয়। এবাৰ বাগিচা বহলোৱা সংক্ৰান্তত বাগিচাত দহ হেজাৰমান টকা বেছি খৰচ কৰিবলগীয়া হৈছিল। এই টকা বাগিচাৰ উৎপন্ন চাহৰ আয়েৰে সামৰি লব নোৱাৰা হয়। হৰিবিলাসে এই সময়ত চন্দ্ৰকুমাৰৰ হাতত বাগিচা চলাবলৈ দি তেজপুৰ, গমিৰি, কলিকতা আদি ঠাইলৈ অহাযোৱাকৈ থাকিছিল। হৰিবিলাসে এতিয়া এই দহ হেজাৰ লোকচান হোৱা শুনি পুতেক চন্দ্ৰকুমাৰ বাগিচা চলোৱাত অনুপযুক্ত আৰু তেওঁৰ ব্যয়বাহুল্য দোষৰ বাবেই তেনে হল বুলি নিজে বাগিচালৈ আহি বাগিচাৰ ভাৰ নিজৰ হাতলৈ আনি নিজে বাগিচাতে থাকি বাগিচা চলাবলৈ ললে আৰু চন্দ্ৰকুমাৰক অলায়ক বুলি ভাবিলে। কিন্তু চন্দ্ৰকুমাৰে ভালকৈ জানিছিল লোকচানৰ গুৰি ক'ত আৰু বাগিচাৰ উন্নতিৰ কাৰণে সেই ব্যয় বা লোকচান আছিল অপৰিহাৰ্য্য Investment। চন্দ্ৰকুমাৰ ইয়াতে ক্ষুণ্ণ হৈ তামোলবাৰীৰ পৰা গুচি আহিল। তেওঁ আকৌ এটা অনিশ্চিত জীৱন আগত লৈ তেজপুৰ, গমিৰি, কলিকতা ভ্ৰমি ফুৰিবলৈ ধৰিলে।

সাধাৰণতে মানুহে লাভ-লোকচান চায়েই মানুহৰ উপযুক্ততা, অনুপযুক্ততা বিচাৰ কৰে। বিশেষকৈ কেতিয়াবা কোনো লোকচানে অলপ দকৈ স্বাৰ্থহানি কৰিলে স্বাৰ্থত সেই আঘাত পোৱা ব্যক্তিয়ে লোকচান কৰোঁতাজনৰ প্ৰতি সেই লোকচান সমন্ধীয় ব্যক্তিত্বৰ ফালৰ বাহিৰে আন সকলো ফাললৈ অন্ধ হৈ পৰে আৰু লোকচান কৰোৱাৰ প্ৰতি তেনে ধাৰণা বদ্ধমূলকৈ লৈ তেনে ব্যৱহাৰ আৰম্ভ কৰে। চন্দ্ৰকুমাৰৰ ক্ষেত্ৰতো এনে হল। এজন উপযুক্ত হৈ জন্মা লোক হয়তো এটা ক্ৰুটীৰ পৰা হোৱা ভুল বা লোকচানৰ বাবেই অনুপযুক্ত প্ৰমাণিত হৈ কক্ষচ্যুত হবলগীয়া হল। হৰিবিলাসৰ দৰে বিচক্ষণ উপযুক্ত লোকৰ আচল কথা বুজিবলৈ সৰহ দিন নালাগিল। লোকচানৰ বাবে দায়ী যে চন্দ্ৰকুমাৰ নহয় আৰু তাৰ বাবে দায়ী যে অৱস্থাহে সেইটো তীক্ষ্ণ বুদ্ধিৰ হৰি-

বিলাসৰ কাৰবাৰী-বিশ্লেষণৰ আগত ওলাই পৰিল আৰু পুনৰ চন্দ্ৰকুমাৰক মাতি নি তেওঁ বাগিচা চমজাই দিলে। তেতিয়াৰে পৰা চন্দ্ৰকুমাৰ ভাটী বয়সলৈকে তামোলবাৰীতে থাকি নিজৰ উপযুক্ততাৰ বিষয়ে জাজ্বল্যমান প্ৰমাণ দি থৈ গৈছে।

তামোলবাৰী বাগিচাত থকা সময়তেই চন্দ্ৰকুমাৰৰ বিবাহিত জীৱন আৰম্ভ হয়। গোলাঘাটৰ স্বৰ্গীয় দণ্ডধৰ বৰুৱা তহচিলদাৰ ডাঙৰীয়াৰ বৰজীয়েক শ্ৰীযুতা মুক্তাপ্ৰভা আইদেউৰ সৈতে চন্দ্ৰকুমাৰৰ পৰিণয় হয়। মুক্তাপ্ৰভাৰ চন্দ্ৰকুমাৰৰ সৈতে বিবাহ সমন্ধ শ্ৰীযুত যোগেন্দ্ৰনাথ বৰুৱাৰ (অৱসৰপ্ৰাপ্ত জজ) সৈতে চিনাকি সূত্ৰেই সংঘটিত হৈ উঠে। ইং ১৮৯৮ চনত ১৭ ফাগুন ৩০ বছৰ বয়সত গোলাঘাটৰ খুমটাইত ধনশিৰীপাৰত বিয়াৰ বাহৰ পাতি উপযোগী আড়ম্বৰেৰে বিয়া সমাধা কৰে। তামোলবাৰীতেই চন্দ্ৰকুমাৰৰ বিবাহিত জীৱন আৰম্ভ হয়।

মুক্তাপ্ৰভা বিবাহ

চন্দ্ৰকুমাৰৰ কল্পনাৰ জীৱনৰ লগৰীৰ কি ৰূপ আছিল, চন্দ্ৰকুমাৰৰ নৱ জীৱনৰ আশাই তেওঁক কি গুণেৰে বিভূষিত কৰি থৈছিল সেইটো আমি নাজানো। চন্দ্ৰকুমাৰে যে বিবাহৰ খোঁটালীত সোমাই কৰিৰ কল্পনাকুঁৱৰী এজনী তাত পোৱা নাছিল সেইটো ঠিক। কৰিয়ে বিচৰা কৱিতাময়ী দেৱী যে সংসাৰৰ নৱসমাজৰ পৰা বাছি লোৱা ন কন্যাৰ ৰূপত নাপায় সেইটো একো বিস্ময়কৰ কথা নহয়। চন্দ্ৰকুমাৰে কৱি হৃদয়েৰে যদিও তেনে কোনো দেৱীৰ ছবি আঁকি থৈছিল বাস্তৱৰ খোঁটালীত সেই গৰাকীক পত্নীৰূপে পাবলৈ নিশ্চয় সপোন দেখা নাছিল। কিন্তু চন্দ্ৰকুমাৰে কিছুমান গুণেৰে ভূষিত তেওঁৰ অভ্যন্তৰখন ভালকৈ বুজিব পৰা এগৰাকী যে বিচাৰিছিল আৰু সেই বিষয়ে যে তেওঁ পিছত নিজক সৌভাগ্যশালী বুলি যে নাভাবিছিল সেইটোও ঠিক। এই বিষয়ে আমি বৰকৈ পম খেদিবৰ ইচ্ছা নাছিল কিন্তু তেওঁ এই পাৰিবাৰিক জীৱনে তেওঁৰ পিছৰ মানুহটোৰ গঠনত এটা প্ৰচণ্ড প্ৰভাৱ বিস্তাৰ কৰিছে। নানান সাংসাৰিক ঘাত-প্ৰতিঘাত, মানৱ চৰিত্ৰ সম্বন্ধীয় অভিজ্ঞতা আৰু ঘোৰ বাস্তৱৰ নাঙঠা সত্যই কেনেকৈ কৱি-হৃদয়ৰ বিশ্বপ্ৰেমিক সহানুভূতি আৰু



সূক্ষ্ম অনুভূতিসম্পন্ন মৰমিয়াল আৰু বেজবৰুৱাৰ 'হাঁহিমুৱা' চন্দ্ৰকুমাৰক লাহে লাহে সাংসাৰিক ব্যৱহাৰত নীৰস কৰি তেওঁৰ ব্যক্তিত্বৰ এফালত কঠোৰতাৰ প্ৰধান্য কৰিলে—তাক ভালকৈ বুজিবলৈ হলে আমি চন্দ্ৰকুমাৰৰ মনৰ ওপৰত বিশেষকৈ পাৰিবাৰিক জীৱনৰ প্ৰতিক্ৰিয়ালৈ লক্ষ্য কৰিবই লাগিব।

জীৱনৰ অৰ্দ্ধাঙ্গিনীৰ বিষয়ে তেওঁৰ কেনেকুৱা ধাৰণা আছিল তাক আমি তেওঁৰ 'জীৱনৰ লগৰীয়া' কৱিতাৰ পৰা ভালকৈ বুজিব পাৰো—

জীৱনৰ লগৰীয়া

প্ৰকাশি উষাৰ দৰে নিতউ নতুন
নিবা মোক সুন্দৰৰ সৰগ-ৰাজ্যলৈ।
পঠিয়াবা কামলৈ, বেলিটিৰ দৰে,
উজলিবা তুমি মোৰ গোটেই ভুবন।
সন্ধিয়াৰ দৰে মোৰ হৰিবা ভাগৰ
বুলাই কোমল হাত সন্তাপিত গাত।
টোপনিৰ দৰে মোক পেলাবা আৱৰি
সপোনত হবা মোৰ ৰহস্য নায়িকা
আছে হৃদয়ত যিবা আকাঙ্ক্ষাৰ দেশ
সকলোৰে অধিষ্ঠাত্ৰী হবা তুমি আহি।
আকাশপটত উঠি জোনাইৰ দৰে
প্ৰচাৰিবা জগতত 'মৰমেই ধৰম'।
সুন্দৰৰ আৰাধনা তোমাতে অৰ্পিম
প্ৰাণৰ আকাঙ্ক্ষা মোৰ হব একেমুখী।
মানৱী জনম হব সৌভাগ্যেৰে পূৰ
আনন্দৰ নিজৰণি তুমি প্ৰাণ মোৰ।

চন্দ্ৰকুমাৰৰ এই জীৱনৰ লগৰীয়া কৱিতাটোৰে অকল তেওঁৰে অৰ্দ্ধাঙ্গিনীৰ মনৰ চানেকীয়েই নহয় দৰাচলতে এই চানেকী প্ৰত্যেক সংসাৰী মুনিহৰেই আৰু আনফালে ই আদৰ্শ ঘৈণীৰ এটা চানেকীৰ দৰেই। সংসাৰী মুনিহে এনে চানেকীয়া ঘৈণী লাভ কৰিব পাৰিলেই ধন্য হব। এই জীৱনৰ লগৰীয়াৰ ছবিটি চন্দ্ৰকুমাৰৰ পৰিবাৰ মুক্তাপ্ৰভাত প্ৰতিফলিত হৈছিল কিমান দূৰ তাক আমি ভালকৈ কবলৈ অপাৰগ।

চন্দ্রকুমাৰ যেনেকৈ এজন নিপুণ কৱি আৰু পাৰদৰ্শী কাৰবাৰী আছিল, সেইদৰে তেওঁ থকা-মেলা, খোৱা-বোৱা, পিন্ধন-উৰণ আৰু সংসাৰৰ দৈনন্দিন কামত নিজে অতিকৈ পৰিপাটিভাৱে চলা মানুহ আছিল। তেওঁৰ সকলো বিষয়তে ৰুচি বৰ ওখ থাপৰ আছিল। তেওঁ নিজে যেনেকৈ তেওঁৰ ওখ ৰুচিমতে নিজৰ চলন-ফুৰণ গঢ়ি লৈছিল সেইদৰে তেওঁ নিজৰ পৰিয়াল আৰু তেওঁৰ পাৰিপাৰ্শ্বিকতাকো সেইদৰে গঢ়ি লবৰ কাৰণে অহোপুৰুষাৰ্থ কৰিছিল। তেওঁৰ এই ওখ ৰুচিৰ পৰাই তেওঁ নিজে যথেষ্ট অসুখ অশান্তি ভুগিবলগীয়া হৈছিল। জীৱনৰ উচ্চ আদৰ্শ আৰু ওখ ৰুচি অনুযায়ী মুক্তাপ্ৰভাক গঢ়ি তুলিবলৈ তেওঁৰ এটা প্ৰাণপণ চেষ্টা থকা স্বাভাৱিক। মুক্তাপ্ৰভা যদিও অভিজাত শ্ৰেণীৰ পৰা অহা অসমীয়া ছোৱালী আছিল তথাপি তেওঁলোকৰ ঘৰ সেই সময়ত খুমটাই গাঁৱত থকা বাবে আৰু তেওঁলোকৰ ঘৰৰ ধৰণকৰণ পুৰণি ধৰণৰ হোৱা বাবে চাহবাগিচাত ইংৰাজী আদব-কায়দাৰে থকা চন্দ্রকুমাৰৰ গৃহস্থালিত বহু দিনলৈকে খাপ খুৱাই লব পৰা নাছিল। তাতে চন্দ্রকুমাৰে ঘৈণীয়েকক একেবাৰে গঢ়ি তুলিব খুজিছিল উচ্চ শিক্ষিতা কলিকতীয়া পাশ্চাত্য আদব-কায়দাৰে ঘৰ চলাব জনা গৃহিণীৰ দৰে। ইয়াকে কৰিবলৈ যাওঁতে চন্দ্রকুমাৰৰ ঘৰুৱা জীৱনৰ মধুৰতা নোহোৱা হোৱাৰ দৰেই হৈছিল। এনে যে অকল চন্দ্রকুমাৰৰেই হৈছিল সি নহয়—সেই সময়ৰ উচ্চ শিক্ষিত প্ৰায় ভাগ অসমীয়া ডেকাৰেই এনেকুৱা ঘৰুৱা জীৱনত হোৱা দেখা গৈছিল। বেছি ভাগেই কিছু দিন যুঁজ কৰি আত্মসমৰ্পণ কৰিছিল আৰু কিছুমানে গৈ য়ুৰোপতে উদাসীন হৈ বাকীছোৱা জীৱন নিয়াবলগীয়া হৈছিল। চন্দ্রকুমাৰৰ জীৱনত এই ঘৰুৱা টনা আজোৰাই তেওঁৰ মনৰ ওপৰত যথেষ্ট প্ৰতিক্ৰিয়া কৰিছিল। নিজৰ আদৰ্শ আৰু ৰুচিমতে ঘৰঘন গঢ়িবলৈ যুঁজ-বাগৰ কৰি থকাত আৰু অনবৰত বিৰক্তিত থাকিবলগীয়া হোৱাত বেজবৰুৱাৰ 'হাঁহিমুৱা' চন্দ্রকুমাৰ পিছলৈ খঙাল, খিটখিটীয়া আৰু ব্যৱহাৰত কঠুৱা হৈ পৰিছিল। বাহিৰা ব্যৱহাৰত চন্দ্রকুমাৰ এনে হৈছিল বুলি ভিতৰৰ মানৱ কৱিজনক কিন্তু বাহিৰৰ সংসাৰৰ এইবোৰে চুব নোৱাৰাকৈ তেওঁ ৰাখিছিল।



চন্দ্রকুমাৰৰ কৱি জীৱন আৰু সংসাৰী জীৱন ৰিজাই চালে এটা বিৰাট অসামঞ্জস্যতা দেখা যায়। এফালে তেওঁৰ জীৱনত মহত্বৰ, কৱিত্বৰ, ত্যাগৰ, উচ্চাদৰ্শৰ, সুকোমলতাৰ, ললিতকলাৰ, স্নিগ্ধ মনীষাৰ ফুলৰ সৌন্দৰ্য্য আৰু বিমল সুৰভি আনফালে তেওঁ ৰূঢ়, কঠোৰ, উগ্ৰ, সময়ত নিষ্ঠুৰৰ দৰে আহৰণ কৰা দেখা গৈছে। এটা জীৱনতে কোমল আৰু কঠোৰৰ এনে সমাবেশ দেখিলে তেওঁৰ জীৱনটো ঠিক যেন এজোপা সুবৰ্ণ আৰু সুগন্ধি কাঁইটীয়া গোলাপ ফুলৰ গছ যেন লাগে। গোলাপ গছৰ কাঁইট থকাৰ যদি কিবা অৰ্থ আছে, বোধকৰোঁ তেওঁৰ কৱি-জীৱনৰ লগতে জীৱনৰ এই কঠোৰ আৰু কৰ্কশ ভাগ থকাৰো কিবা অৰ্থ আছে। কিজানি তেওঁৰ ভিতৰত থকা মহান কৱিতাৰ ফুলবোৰ সংসাৰৰ নানা অপহুতা অসূয়াৰ পৰা ৰক্ষা কৰিবলৈ গোলাপ ফুলৰ কাঁইটৰ দৰে তেওঁৰ ব্যৱহাৰত এইবোৰ কাঁইট গজিছিল সংসাৰৰ অৱাঞ্ছনীয় মানুহৰ পৰা তাক ৰক্ষা কৰি মহান কৰি তুলিবলৈ। কৱি যদিও তেওঁ, তেওঁ সংসাৰৰ এজন মানুহো আছিল। সংসাৰৰ আন মানুহৰ দৰেই জীৱন তেৱোঁ ধাৰণ কৰিব লাগিব, খাব লাগিব, জীৱ লাগিব, সংসাৰৰ ধৰ্ম্ম পালন কৰি পো-পৰিয়াল তুলিব লাগিব। তেওঁৰ কৱি মনত সংসাৰৰ নানা কথাই আঘাত কৰাত যি ধৰণৰ প্ৰতিক্ৰিয়া হৈছিল তেওঁৰ সংসাৰৰ সৈতে যুঁজ কৰি তিষ্ঠি থাকিবলৈ ওলোৱা মানুহটোৰ মনত সংসাৰৰ নানা কথাই আঘাত কৰিলে অৱশ্যেই আন ধৰণৰ প্ৰতিক্ৰিয়া হব। তেওঁৰ সংসাৰৰ লগত কেনেকুৱা যুঁজ-বাগৰ হৈছিল তাৰ কিছু কথা আমি তেওঁৰ জীৱনত কাঁইট হৈ ওলোৱা আত্মৰক্ষামূলক ব্যৱহাৰৰ পৰাই বুজিব পাৰোঁ।

ডেকা কালত তেওঁৰ তেজ-মঙহৰ মানুহটো যে সংসাৰৰ পিছল বাটত প্ৰথমতে উৎসাহেৰে লৰ মাৰোঁতে পিছল খাই ভ্ৰষ্টতাৰ গড়খাৱৈতো নপৰাকৈ আছিল তেনে নহয়। কিন্তু ডেকা কালৰ সেইকণ সাময়িক ভ্ৰষ্টতাই তেওঁৰ চৰিত্ৰৰ দুৰ্ব্বলতাতকৈ তেওঁৰ চৰিত্ৰৰ দৃঢ়তা আৰু মনৰ বলৰহে বেছিকৈ পৰিচয় দিছে। এইখিনিতে কথাটো অলপ ভাঙি কোৱা যাওক। নিগাজীকৈ চন্দ্রকুমাৰ যেতিয়া তামোলবাৰী চাহবাগিচাত বহি ললেহি তেতিয়া তেওঁ ডেকা। বয়স ২৬।২৭ বছৰ। পাশ্চাত্য সভ্যতাৰ নতুন জমকৰ প্ৰভাৱ

তেওঁৰ মনত তেতিয়া পূৰ্ণপয়োভৱৰে আছিল। তেওঁৰ আধ্যাত্মিক জীৱনত উপনিষদৰ পোহৰ উদ্ভাসিত হবলৈ বেলি আছিল। এই সময়ৰ চন্দ্ৰকুমাৰৰ গাত আমি ৰাজসিক গুণবেই সৰহকৈ চিন পাওঁ। চাহবাগিচাত থাকি তেওঁ পূৰা মাত্ৰাই য়ুৰোপীয় আদব-কায়দালৈ খোৱা-বোৱা সকলো চাহাবী ধৰণেৰে কৰিছিল। য়ুৰোপীয় ধৰণ-কৰণৰ লগতেই সেই সময়ত চাহবাগিচাৰ য়ুৰোপীয়সকলৰ পাপ-খিনিয়েও তেওঁৰ পৰা ভালকৈয়ে আসৈ পাইছিল। ভোগবিলাস আৰু ইন্দ্ৰিয়তৃপ্তিৰ আহিলা যি কেইটাৰ আৱশ্যক তেওঁ আটাই কিটাকেই প্ৰথমতে অতিৰিক্তভাৱে প্ৰশ্ৰয় দিছিল। এই বিষয়ে আমি আৰু বহলাই কবলৈ নগৈ কেৱল বাৰ্ণাৰ্ড্ছৰ এষাৰি কথাকে ইয়াত তুলি দিওঁ—"When you read a biography remember that truth is never fit for publication." মানুহে নানা ঘাত-প্ৰতিঘাত, ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ মাজেদি গৈহে এটা পৰিণতি পায়গৈ। বহু সময়ত ব্যক্তিৰ ওপৰত নিৰ্ভৰ কৰে আৰু বহু সময়ত দুনিৰ্ব্বাৰ অৱস্থাৰ প্ৰতিক্ৰিয়াই মানুহৰ তেনে পৰিবৰ্ত্তনৰ বাবে ভাললৈ বা বেয়ালৈ দায়ী।

চন্দ্ৰকুমাৰৰ মন আৰু সাংসাৰিক ব্যৱহাৰৰ ওপৰত পাৰি-বাৰিক প্ৰতিক্ৰিয়াৰ বিষয়ে সময়মতে আলোচনা কৰি এটি আমি তেওঁৰ জীৱনৰ সাময়িক ঘটনাৱলী বিবৰণেদি যাওঁ।

বিবাহিত জীৱনৰ ছবছৰ পিছত চন্দ্ৰকুমাৰে প্ৰথম সন্তানৰ মুখ দেখে। এই প্ৰথম সন্তানটো ছোৱালী আছিল আৰু এই ছোৱালীটীৰ নামেই আছিল প্ৰতিমা। কৱি হৃদয় চন্দ্ৰকুমাৰৰ এই প্ৰথম ছোৱালী সন্তান কিমান আদৰৰ আৰু মৰমৰ আছিল তাক আমি ইয়াত ব্যাখ্যা কৰিবলৈ চেষ্টা নকৰোঁ। কিন্তু কালে এই বিষয়ে চন্দ্ৰকুমাৰক নিষ্ঠুৰ ব্যৱহাৰ কৰিলে। এবছৰীয়া প্ৰতিমাক চন্দ্ৰকুমাৰে এদিন হাততে হেৰুৱালে। এয়ে চন্দ্ৰকুমাৰৰ 'যুগমীয়া শোক'। এই প্ৰতিমা হেৰুৱাই কৰি চন্দ্ৰকুমাৰ শোকত বিহ্বল হৈ কৱিতাৰে মনক সান্ত্বনা দিছে। 'প্ৰতিমা'ৰ পাতত প্ৰতিমাৰ সোঁৱৰণী কৱিতায়েই হৈছে—যুগমীয়া শোক।

প্ৰতিমা



## যুগমীয়া শোক

নেপাহৰোঁ যেন এই শোক
হিয়াৰ মাজত সদায় জ্বলোক
চিৰদিন দেখা পাম স্বৰ্গৰ আলোক।
নেপাহৰোঁ যেন আই তোক
দিলোঁ কত হায় পৰিতাপ শোক
এটি এটিকৈ যেন পাহৰ সকলোক।
পাহৰিব নোৱাৰোঁ নহয়!
পাহৰিলি কিন্তু আমাক যে তই।
কিয়! তয়োতো পাহৰিব নোৱাৰ নিশ্চয়।
সি মৰম নোহোৱা হব নে?
তোৰ যি মৰম আমি নুবুজোঁ নে?
হিয়া তোৰ ভগা নাই বুলি কব কোনে?
গলি তই হানি একো নাই
তোৰ যে সলনি ৰাখিম জীয়াই
ই পৱিত্ৰ শোক তোৰ যুগমীয়াকই।
মৰম শিকাব তোৰ শোকে
লেখৰ যি কেদিন থাকোঁ মৰ্ত্ত্যলোকে
মানুহক ভাল পাম ভাবি আই তোকে,
ক্ষেমিম সকলো চিন্তি তোৰেই মুখকে।

চন্দ্ৰকুমাৰক এই সন্তান-বিয়োগ শোকে যদিও বিহ্বল কৰি পেলাব নোৱাৰিলে তথাপি এই প্ৰথম সন্তানৰ ওপৰত কালৰ ভ্ৰূকুটিত তেওঁ প্ৰকৃতি যে আগতকৈ কঠোৰ হবলৈ সহায় কৰিলে সেইটোও ঠিক। চন্দ্ৰকুমাৰৰ প্ৰথম কৱিতাৰ কিতাপখনিৰ নামো তেওঁৰ প্ৰথম সন্তান প্ৰতিমাৰ নামেৰেই নামকৰণ কৰিলে। তেওঁৰ কলিতে মৰহি যোৱা জীয়েকৰ উদ্দেশ্যেই ৰচিত হৈছে 'প্ৰতিমা'ৰ যুগমীয়া শোক আৰু এই কৱিতা।

## বিমুখ

ভুমুকি মাৰিয়ে হলি সংসাৰ বিমুখ
সংসাৰৰ বিহে তোৰ দহিলে হৃদয়!

মৰম নোহোৱা হায় বাহিৰ সংসাৰ
ঘূৰি চাবলকে তোৰ ভাল নেলাগিল।
ছুৱাৰবে পৰা উভতিলি ঘৰলৈ
কি দেখি নগল সত ওলাবলৈ তোৰ।
মানুহে মানুহে হায়! মৰম নেদেখি
কোমল হৃদয় তোৰ গল পৰি জঁয়।
নিজৰ যি ছুখ মাথোঁ। নিজেই বুজিলি
নগল যে মন তোৰ কাকো বুজাবলৈ,
এনেই ছুখীয়া দেখি সংসাৰৰ প্ৰাণী
নেজাপিলি আৰু তোৰ ছুখৰ কাহিনী
কলেও ছুখৰ কথা কোনে পতিয়াব?
নিঃকুটুমীয়া লোকে পুতৌ নেজানিব।
সেইদেখিয়ে নে তই এৰি গলি হায়!
সংসাৰৰ ৰদে-ভাপে পমিয়েই গলি
নীচেই কুমলীয়া তই স্নেহৰ পুতলি।
বাৰীচুকে ৰিডিয়াই ভাই লগে লৈ
ধেমালিত মগ্ন তোক দেখিলে শুৱায়
গহীন সংসাৰ মাত মাৰি থকা হায়
কপট জীৱনে আই তোক নুশুৱায়।
নিজে দিহা কৰি ললি নিজৰ জীৱন
মুকলিমূৰীয়া হৈ আকৌ ফুৰিবলৈ
পলাই মাৰিলি লৰ মহাধেমালিলৈ।
অনন্ত হাঁহিৰে যত বিশ্ব হাঁহিময়।
ক্ষুদ্ৰ বান্ধ ছিঙি পালি প্ৰাণৰ ধেমালি,
চিৰকুমাৰীৰ খেল খেদি থাকিবলৈ
প্ৰাণৰ হেঁপাহ তই পাহৰি আছিলি।
যি ধেমালিৰ শান্তি তই ফুৰিলি বিচাৰি,
তাকে যেন পাৰ তাত য'লৈ গলি আই।
এফেৰি মৰম চিন মোৰ যে নিনিলি
কিবা আছে আই মোৰ ছুখীয়া হিয়াৰ
সাঁচিছিলোঁ। মুকুতা ৰতন এটি তোলৈ
তাকে তোক দিলোঁ। হয়—চকুপানী টুপি
ধনৰ ভিতৰে মোৰ এয়ে যি সম্বল!



এই কৱিতাটিৰ যোগেদি যদিও আমি সন্তান হেৰুৱাই বিহ্বল হোৱা কৱি হৃদয়ৰ শোকৰ উচ্ছ্বাসৰ প্ৰকাশৰ লগ পাওঁ তথাপিও তাৰ লগতেই সংসাৰখনক যৌৱনৰ প্ৰাৰম্ভতে সুখৰ সমাজিক হিচাপে দেখি থকা কৱি মনটোৱে কেনেকৈ সংসাৰৰ বাস্তৱতাক উপলব্ধি কৰিবলৈ আৰম্ভ কৰিছে তাৰো এটা সঠিক আভাস পাওঁ। কৱিয়ে ভাবি লোৱাৰ দৰেই যে এই সংসাৰখন নহয়, এই সংসাৰখনত মানুহৰ ব্যৱহাৰ আৰু মানুহৰ ক্ৰিয়াকলাপৰ কৱিয়ে সপোন দেখি থকা আদৰ্শত চলা নহয় এই কথাটো এই কৱিতাত উপলব্ধি কৰাত কৱিৰ জীয়াৰী-বিয়োগৰ শোক আৰু ঘনিভূত আৰু ছঃখদায়ক হৈ পৰিছে। এইখন যে 'মৰম নোহোৱা বাহিৰ সংসাৰ, মানুহে মানুহে যে মৰম নাই,' ইয়াৰ যে 'কপট জীৱন' ইত্যাদিবোৰ যে কৱিয়ে নতুনকৈ ছাত্ৰ জীৱনৰ পৰা বাস্তৱ সংসাৰৰ ভিতৰত সোমাই উপলব্ধি কৰিছে তাক বুজিব পাৰি। সংসাৰৰ এই বাস্তৱতা দেখি কৱিৰ সত্য, শিৱ আৰু সুন্দৰত অন্তবিশ্বাস থকা মনটোও যদি বিচলিত হোৱা যেন দেখা যায় তথাপিও সংসাৰৰ ঘোৰ বাস্তৱতাৰ পৰা নিজ শক্তিৰে ওপঙি কৱি ওপৰলৈ উঠি "অনন্ত হাঁহিৰে যত বিশ্ব হাঁহিময়" সেই লোকলৈ উঠি যাবলৈ প্ৰয়াস কৰিছে। আৰু ইয়াৰে পৰা কৱি চন্দ্ৰকুমাৰে দাৰ্শনিকতাৰ ফালে ঢাল লৈছে। মানৱত্বৰ আদৰ্শ আৰু দৈনন্দিন বাস্তৱৰ সংঘৰ্ষত আৰু সংসাৰত যি এটা বিকৃত বাস্তৱ সৃষ্টি হৈ মানুহৰ জীৱন বিহেৰে পূৰ্ণ কৰি দিব লাগিছে তাৰ নানা প্ৰক্ৰিয়া দেখি কৱিৰ মনটোৱে এই অসামঞ্জস্যৰ বিষয়ে ধ্যানত বহিছে। আৰু এটা সংসাৰত মহত্বৰ আদৰ্শৰ কাৰ্য্যকাৰিতাৰ বিষয়ে বিষম সংশয়ত পৰিছে। সেই মনৰ সংশয় তেওঁৰ সংশয়-ৰহস্য কৱিতাত প্ৰকাশ পাইছে ভালকৈয়ে—

### সংশয়-ৰহস্য

শুকুলী হাতীত উঠি গোসাঁয়ে দেখিলোঁ।
এন্ধাৰত দিলেহি পোহৰ মেলি,
বিকট কলীয়া এটা দানৱ লৰি আহি
পাতিলেহি ঘূৰি এন্ধাৰ-বেমেলি।

হাঁহি-সাগৰত উঠি বেজাৰ ধুমুহা
বুৰালে সহস্ৰ জীৱন-তৰণী
ওফন্দি বিহৰ হ্ৰদ কলীয়া পানীৰ
প্ৰলয়ৰ বান্ধ দিলেহি ভাঙি।
এন্ধাৰে-পোহৰে আৰু মৰমে-বেজাৰে
সুখে-দুখে সান-মিহলিৰ খেল।
ইটো যায় লগে লগে প্ৰাণ নিয়ে টানি
সিটো আহে আনে ধেমালিৰ মেল।
ভঙা-গঢ়া, সজা-পতা, হৰা-জিকা যুঁজ,
দিনে-ৰাতি হাঁহি কান্দোনৰ ৰোল।
সঁচা-মিছা কিনো ধৰিম এৰিম কাক?
সকলো বিষম ভ্ৰমৰ ঘোৰ।

কবিয়ে দেখিছে যে শুকুলা হাতীত উঠি অহা গোসাঁয়ে পৃথিৱীখনত মহামহত্বৰ আদৰ্শৰ পোহাৰ মেলি দিছে। সেই আদৰ্শ মুগ্ধ মানৱ সমাজে মহত্বৰ বাটেদি যাবলৈ ওলাইছে। আকৌ দেখিছে যে প্ৰতিক্ৰিয়াশীলতা কুৎচ বিকটকলীয়া দানৱে আহি সেই আদৰ্শক ভাঙিমুচৰি হাঁহি সাগৰত বেজাৰৰ ধুমুহা তুলিছেহি। পৃথিৱীয়ে আনন্দ ৰাজ্যলৈ গতি কৰি থাকোঁতে প্ৰতিক্ৰিয়াৰ বিহৰ হ্ৰদ ওফন্দি উঠি মানৱাদৰ্শক উটাইবুৰাই লৈ গৈছে। তাৰ পিছত দেখিছে, যে ভাল-বেয়া, সুখ-দুখ এইবোৰৰ বেমেজালিৰ মাজেদিয়েই সংসাৰৰ গতি চলিব লাগিছে। সাধু নিৰ্য্যাতিত হৈছে, দুষ্টই বসুন্ধৰা ভোগ কৰিছে। এনেবোৰ দেখি শুনি সংসাৰত মহত্বৰ জয়ৰ বিষয়ে কবিৰ মনত ঘোৰ সংশয় উপস্থিত হৈছে। সংসাৰত মহত্বৰ আদৰ্শকেই ধৰি, মানৱৰ কল্যাণৰ আদৰ্শকেই ধৰাটোৱেই সংসাৰত সাৰ নে নিজৰ পাশৱিক শক্তি প্ৰয়োগ কৰি বসুন্ধৰাৰ পাৰ্থিৱ সুখ ভোগ কৰাই জীৱনৰ সাৰ্থকতা। কোনটো সঁচা, কোনটো মিছা? এনে বিষম ভ্ৰমৰ মেৰপাকত পৰি তাৰ বিষয়ে চিন্তা আৰু ধ্যানত মগ্ন হৈছে। কবি চন্দ্ৰকুমাৰে কিন্তু নিজৰ আত্মশক্তিৰে এই মহাসংশয় জাল ছেদ কৰি আচল সত্যটো উপলব্ধি কৰিবলৈ সমৰ্থ হৈছে। তাৰ প্ৰমাণ তেওঁৰ বীণবৰাগীৰ পিছৰ কৱিতা। এই সংশয় জাল ছেদনৰ



ফলতেই চন্দ্ৰকুমাৰ দাৰ্শনিক কবি 'বীণবৰাগী' হৈ ওলাই 'সত্য শিৱ আৰু সুন্দৰৰ বিষয়ে সনাতন তথ্য উপলব্ধি কৰি 'আনন্দ তীৰ্থ' যাত্ৰা কৰি লগৰ লগৰীয়াক বিঙিয়াই তালৈকে মাতি গৈছে। আদৰ্শ আৰু বাস্তৱৰ এটা সামঞ্জস্য বিচাৰি সংসাৰত আগবাঢ়ি সংসাৰখন কেনেকৈ সুখময় কৰি আদৰ্শ ধৰি আগবাঢ়ি যাব পাৰি তাৰ এটা সমাধানৰ বাবে কবিয়ে খেপিয়াই ফুৰিছে। সেই সময়ৰ মনৰ অৱস্থা প্ৰতিফলিত হৈছে কবিৰ 'জীৱন উচ্ছাস' কৱিতাত।

জীৱন উচ্ছাস

ভৱিষ্যৰ মোহিনী ৰূপত ভোল গৈ
ৰচিলোঁ কল্পনা জখলা।
সৰগৰ ভোগ মই মৰ হৈ বাঞ্ছিলো
আকাশকুসুম কমলা।
মায়াৰ পোহৰ জাল সুখেৰে আলিঙ্গি
হলোঁ যে মগন বিমনা।
আৰাম ফটিকা জালে বিশ্ৰাম পাটীত
পাতিলোঁ সুখৰ জল্পনা।
পিছে হায়!
কোনোবাই মোক যেন তললৈ পেলালে
অতল গভীৰ নজনা।
সাৰ পাই চাওঁ ঘোৰ সংসাৰ ৰাক্ষস
হুতাশ বিকটদশনা।
হেঁচা মাৰি ধৰি আছে উঠিব নিদিয়ে
যৰে মইতো ততে আছোঁ।
নাই মুঠে সুখ-আশা, পলোৱা সপোন
মই ওলটাব ধৰিছোঁ।
যুঁজি চাই ৰাক্ষসেৰে পাৰোঁ যদি উঠোঁ
বুলি, ঘূৰি চিপ মাৰিছোঁ।
কি হল পৰাণ হায়! আছেই কি নাই,
আকাশকুসুম নেৰিছোঁ!
হৰি! হৰি!
মিছা ভাৱনাত কিয় শক্তি হেৰুৱাওঁ
পৰি হুমুনিয়া কাঢ়িছোঁ।

বুলিলো মোহত যাক সংসাৰ ৰাক্ষস
তাকেহে কুটুম মানিছো।
সাৰটি বুকুত লওঁ, মিছা আশা এবোঁ
মৰতৰ মৰণ আলয়।
ঘূৰি আশা ইয়াতেই বান্ধো ইয়ালকে
জীৱনৰ উদ্দেশ্য নিশ্চয়।
খপিয়াবলৈ এৰি, একত আশ্ৰয়,
শতমুখী এৰোঁ বাসনা।
আকাশকুসুম মলা সপোনত গঁথা
লোৰা সৰে মিলি দিগঙ্গনা
যেন নেপাহৰোঁ জীৱৰ জীৱন
বিশ্বৰ মঙ্গল নিদান।
যি কাম আগতে দেখোঁ মই, শিৱময়,
সেয়ে মোৰতো প্ৰমাণ।

ৰ।ণৰৰাগীত গৈ এই খেলিমেলিত পৰা কৱি-মনে সকলো বাস্তৱ জীৱনৰ বেমেজালিৰ পৰা ওপৰলৈ উঠি মানুহৰ মহত্বয়েই হে যে মানৱ মানুহৰ সৰ্ব্বশ্ৰেষ্ঠ সম্পদ আৰু সিয়েইহে মানৱ জীৱনৰ তৰণীখন সুন্দৰ আৰু আনন্দৰ ৰাজ্যলৈ বাট দেখুৱাই লৈ যাব পৰা ধ্ৰুৱতৰা তাক উপলব্ধি কৰা দেখা যায়। ইয়াৰ পৰাই বুজিব পাৰি চন্দ্ৰকুমাৰ কৱি হিচাপে কিমান শক্তিশালী। সাধাৰণ যি কৱি বাস্তৱ সংসাৰত সোমাই বাস্তৱতাৰ স্বৰূপ দেখি নিজৰ আদৰ্শত বিশ্বাস হেৰুৱাই উটিবুৰি কৰবালৈ গৈ নিজৰ অস্তিত্বকে হেৰুৱাই পেলায় তাক চন্দ্ৰকুমাৰে বাস্তৱৰ সকলো কদৰ্য্যতা জিনি সুন্দৰৰ আদৰ্শ লৈ ধাৱমান হৈ সংসাৰৰ বাস্তৱতাৰ পঙ্কৰ পৰা উঠি চিন্তা সাগৰৰ ওপৰলৈ ওপঙি আহি মহামহত্বৰ বেলিৰ পোহৰত ফুলি বিকশি নিজৰ সৌৰভ সাহিত্যৰ পদুম বননিত বিলাই দশোদিশ আমোলাই থৈ যাব পাৰিছে।

চন্দ্ৰকুমাৰৰ প্ৰথমপুত্ৰ হৈছে নবীনকুমাৰ, দ্বিতীয় হৈছে ৺অৰুণকুমাৰ আৰু মুমল।য়া হৈছে তৰুণকুমাৰ।

চন্দ্ৰকুমাৰৰ দ্বিতীয় পুতেক অৰুণৰ পৰা চন্দ্ৰকুমাৰে ভাটী বয়সত শোক পাবলগীয়া হল। অৰুণৰ কাহিনী আৰু তাৰ মৰণৰে সৈতে গঁথা আছে চন্দ্ৰকুমাৰৰ চৰিত্ৰৰ এটা পিঠি। যিটো পিঠি



সৃষ্টি হৈছিল সংসাৰ বিকটদশনা দৈত্যৰ লগত যুঁজি যুঁজি। যিটো সৃষ্টি হৈছিল নিয়মানুৱৰ্ত্তিতাৰ অতিৰঞ্জিত মাত্ৰাত বিশ্বাসৰ পৰা আৰু যি দৃঢ়চিত্ততাৰে এদিন নিজৰ ভাগ্যৰ প্ৰতিকূল অৱস্থা অনুকূল কৰিবলৈ দৃঢ়প্ৰতিজ্ঞ হৈ অলৰঅচৰ হৈ থিয় হৈছিল সেই একে প্ৰণালীকেই অৱলম্বন কৰি পুতেকক নিজ আদৰ্শ অনুযায়ী মানুহ কৰি গঢ়িবলৈ থকা ইচ্ছাত।

অৰুণৰ সতে চন্দ্ৰকুমাৰৰ এটা জীৱন জুৰি যুঁজ চলিছিল। কেঁচুৱা কালৰে পৰা অৰুণ আছিল গোঁৱাৰ, মইমত আৰু যেই সেই কথা বা কামতে 'বুল-দগ'ৰ দৰে কামোৰ নেৰা বিধৰ। তাৰ এনে প্ৰকৃতিৰ পৰা সি মাজে মাজে দেউতাকৰ বাধ্য হৈ অবাধ্য হৈছিল। আন ফালে চন্দ্ৰকুমাৰো তাৰ তেনে প্ৰকৃতি গুচাবৰ কাৰণে দৃঢ়প্ৰতিজ্ঞ। তীখাৰ তৰোৱাল বেকা কৰাৰ দৰে অৰুণৰ এই দুৰ্দ্দমনীয় প্ৰকৃতিক চন্দ্ৰকুমাৰে কঠোৰতাৰে যদিও বেকাকৈ আনিছিল তথাপি সি এৰি দিয়া মাত্ৰকে সেই ভাঁজতে পৰি আকৌ তাৰ আগৰ ঠাইলৈ উফৰি গৈছিল। অৰুণৰ কেঁচুৱা কালৰ কথা এটাৰ পৰা চন্দ্ৰকুমাৰ আৰু অৰুণৰ এই অজানিত যুঁজৰ কথা গম ধৰিব পাৰি। চাৰি বছৰীয়া অৰুণে বিচাৰিলে এদিন এঠাইত শুবলৈ। দেউতাকে কলে আন এঠাইত শুবলৈ। অৰুণ কোনোপধ্যে মান্তি নহয়—দেউতাকেও নেৰে। লৰা কিয় অবাধ্য হব? সি কথা শুনিবই লাগিব। লৰাও নহয় কম—সিও নুশুনে। দেউতাকৰ চৰ-কিল খাই লালকাল হৈও আৰু সি সৈমান নহল। চন্দ্ৰকুমাৰে তাক কোনোমতেই কথা শুনাব নোৱাৰিলে। কিছুমান দিন তাৰ এই প্ৰকৃতি গুচাবলৈ চন্দ্ৰকুমাৰে চেষ্টা কৰিলে আৰু নেভাগৰোঁ বুলি লাগি থাকিল। অৰুণ ডাঙৰ হৈ অহাৰ লগে লগে অৰুণৰ এই প্ৰকৃতিৰ দেউতাকৰ সৈতে আৰু 'কেবাবাৰো সংঘৰ্ষত আহিল আৰু প্ৰত্যেক বাৰেই অৰুণে ঘোৰ' অবাধ্যতাৰ আশ্ৰয় ললে। পিছত গৈ চন্দ্ৰকুমাৰে দেখিলে যে "স্বভাৱো মূৰ্দ্ধ্নি বৰ্ত্ততে।" সেই কাৰণে চন্দ্ৰকুমাৰে তাৰ এই প্ৰকৃতি ভাল-ফালে যাতে নিয়োজিত হয় তালৈ লক্ষ্য ৰাখিবলৈ ধৰিলে। আঁকোৰ-গজালি আৰু তীক্ষ্ণবুদ্ধিৰ মানুহে নিজৰ সেইবোৰ বেয়াত নিয়োজিত কৰিলে তাক যেনেকৈ সেই ফালেদি জাকত জিলিকা কৰিব, ভাল ফালে নিয়োজিত হলে সেইদৰে তাৰ দ্বাৰা অসাধ্য সাধন

কৰোঁৱাৰ পাৰিব। চন্দ্ৰকুমাৰে পিছ ডোখৰত এই কথাটো উপলব্ধি কৰি প্ৰবন্ধৰে যাতে ৺অৰুণৰ এই প্ৰকৃতি ভালৰ ফালে নিয়োজিত হয় তাৰ বাবে তৎপৰ হৈ থাকিল। চন্দ্ৰকুমাৰ এই বিষয়ে কৃতকাৰ্য্যও হবলৈ ধৰিলে। অৰুণে পঢ়াশুনাত তীক্ষ্ণ বুদ্ধি দৰ্শালে।

যেতিয়া আকৌ অৰুণ কলেজত পঢ়িলেহি সেই সময়ত তাৰ এবাৰ চিত্তচঞ্চলতা হৈছিল। এবাৰ সি গুৱাহাটীত পঢ়িবৰ মন কৰি আকৌ কলিকতাত পঢ়িবৰ ইচ্ছা কৰি কলিকতালৈ গৈছিল। এইদৰে পঢ়াশুনাৰ বিষয় একো স্থিৰ কৰিব নোৱাৰি সি বিলাতলৈ যাবলৈ ইচ্ছা কৰিলে আৰু তাৰ এই ইচ্ছা আৰু চন্দ্ৰকুমাৰৰ অনিচ্ছাৰ সংঘৰ্ষত অৰুণে দানৱীয় অভিমানৰ আশ্ৰয় ললে। চন্দ্ৰকুমাৰে মানুহৰ প্ৰকৃতি ভালকৈ চিনি পাইছিল। চন্দ্ৰকুমাৰে ভাবিলে—ইমান কোমল বয়সৰ লৰা বিলাতলৈ পঠালে বিপথগামী হবও পাৰে। বিশেষকৈ পুতেকৰ প্ৰায়েই চিত্তচঞ্চলতা হৈ থকা দেখি তাক এই বিষয়ে নিৰুৎসাহ কৰিলে। ভাৰতত আৰু কিছু বিদ্যা আৰ্জ্জিলেহে তাৰ পিছত তাক বিলাতলৈ যাবলৈ দিব বুলি মত প্ৰকাশ কৰিলে। চন্দ্ৰকুমাৰে তাক এতিয়া যাবলৈ নিদিয়াটোকে তাৰ ভৱিষ্যতৰ কাৰণে মঙ্গলজনক হব বুলি সেই বিষয়ে দৃঢ় চিত্তেৰে তাক নিবাৰিবলৈ চেষ্টা কৰিলে। কিন্তু অৰুণকুমাৰৰ ইচ্ছা হল যে সি বিলাতলৈ তেতিয়াই যাবই। ৺অৰুণৰ আকোৰগজালি আৰু চন্দ্ৰকুমাৰৰ দৃঢ়তাই শেষ সীমা পালেগৈ। চন্দ্ৰকুমাৰে অন্তৰৰে যিটো পুতেকৰ ভৱিষ্যতৰ কাৰণে ভাল বুলি ভাবিছিল তাৰ পৰা এচুলিও হেৰফেৰ কৰিবলৈ ইচ্ছা নকৰিলে। ৺অৰুণৰ অদম্য ইচ্ছা লাহে লাহে গৈ অভিমানত পৰিণত হলগৈ। সিও কিন্তু বিলাতলৈ যাবলৈ দৃঢ়প্ৰতিজ্ঞ হল। সি গল আকৌ কলিকতালৈ—যি কোনো উপায়েৰে হওক বিলাতলৈ যাবলৈ। সি এইবাৰ কলিকতালৈ গৈ কলিকতাৰ সাগৰৰ জাহাজ বন্ধা ডকবোৰত ঘূৰি ফুৰিবলৈ ধৰিলে আৰু নাৱিক এজনৰ লগত চিনাকি হল। এইদৰে নাৱিকৰ সতে চিনাকি হৈ সি ফন্দী পাতিলে নাৱিক হৈ কেনেবাকৈ বিলাতলৈ যাবলৈ। এই বিষয়ে সি কৃতকাৰ্য্যও হল। এখন ইটালীয়ান জাহাজৰ এটা মেটৰ (mate) লগত বন্ধুত্ব কৰি সি যোগাৰ কৰি ললে এটা চাকৰি।



কুলী খাটি হলেও সি বিলাতলৈ যাব। দেশ-বিদেশ সাগৰ-নগৰ—নেদেখা নেদেখা ঠাই চাবলৈ তাৰ প্ৰাণৰ হেঁপাহেই তাক একৰকম সকলোলৈকে অন্ধ কৰি তুলিলে।

জাহাজৰ চাকৰি সকলো ঠিক হল—এইবাৰ নাৱিকৰ সাজ পোছাক পিন্ধি সি কলিকতাৰ বাটত ফুৰি ফুৰিবলৈকো ধৰিলে। ঘৰৰ সতে আৰু সমন্ধ নাই—দেউতাক মাকলৈ একো বা-বাতৰি নাই। কলিকতাত সেই সময়ত পঢ়ি থকা ভাই-ককায়েকহঁতে এইবোৰ কব নোৱাৰে—হঠাতে এদিন লগ হল। তাক তেনে ৰূপত দেখি সকলো আচৰিত, চমকৃত। তাক ঘূৰাবলৈ যথেষ্ট চেষ্টা হল। সি অৱশেষে নুঘূৰিল।

যথাসময়ত জাহাজ এবাৰ সময়ত সি যাবলৈ সাজু হল—কিন্তু মনত পৰিল মাকলৈ—যাব নোৱাৰিলে। নাৱিকৰ পোছাক চমজাই দি আকৌ অসমলৈ ঘূৰি আহিল।

অসমলৈ আহিল যদিও বিলাতলৈ যোৱাৰ ইচ্ছা ত্যাগ নকৰি সেই বিষয়ে সি দেউতাকক দুগুণে তিনিগুণে লাগিবলৈ ধৰিলে। দেউতাকো কিন্তু নিজৰ মতৰ পৰা বিচলিত হোৱা মানুহ নহয়। লাহে লাহে অৰুণৰ অভিমানৰ মাত্ৰা বাঢ়ি গল আৰু মনতে ভাবিলে তাৰ এটা মীমাংসা।

এদিন পুৱাবেলা দেউতাকক সুধিলে খোলোছাকৈ "মোক আপুনি বিলাতলৈ পঠাব নে নপঠায়?" চন্দ্ৰকুমাৰে কলে—"মোৰ মত নাই—কিন্তু তই যদি জোৰকৈ যাব খোজ তেন্তে মই তোক তোৰ পাবলগীয়া সম্পত্তিৰ অংশ লিখাপঢ়া কৰি দি দিম। তেতিয়া তই যি ইচ্ছা তাকে কৰিব পাৰ। কিন্তু মই তোক নিজে যাবলৈ দিব নোৱাৰোঁ।" এই কথাৰ একো উত্তৰ নিদি অৰুণ দেউতাকৰ সমুখৰ পৰা আঁতৰি গ'ল।

সেই দিনাই মাকক কলে—"মা! মোক দেউতাই বিলাতলৈ নপঠায়। মই আজি মৰিম।" মাকে হাঁহি কলে—"ছিঃ তেনে কথা কব নাপায়। তইনো ইমান বলিয়া কিয় হৈছ? সময় মতে তোক পঠাব নহয়।" অৰুণৰ সেই একে কথা। "মোক এতিয়াই পঠাব লাগে।"

সেই দিনা মাকৰ মুখৰ পৰা চন্দ্ৰকুমাৰে মাকৰ পৰা টান উক্তি শুনিলে যদিও সেই কথাত তিমান কাণ নিদিলে।

ৰাতি সকলো ঘৰ-ঘৰোৱাহ ভাত-পানী খাই শুবলৈ দিহা কৰিছে। অৰুণ আকৌ দেউতাকৰ ওচৰলৈ গল। দেউতাক শুব ধৰিছিল। দেউতাকক কলে—"আপুনি মোক যি সম্পত্তি দি দিম বুলিছিল সেয়া মোক এতিয়াই দিব লাগে।" দেউতাকে তাৰ কথাত আচৰিত নহৈ নোৱাৰিলে। দেউতাকে তাক বুজাই কলে—"এতিয়া অসময়ত বিশেষকৈ ৰাতি সেই কাম কেনেকৈ হব পাৰে। এইবোৰৰ বিষয়ে লিখাপঢ়া হব লাগিব আৰু সি সময় সাপেক্ষ।"

ইয়াতে অৰুণে তাৰ সম্পত্তিৰ মূল্যৰ টকাৰ এখন চেক কাটি দিবলৈ কলে। দেউতাক তাত মান্তি নহৈ সেই বিষয়ে পিছ দিনা দেখা যাব বুলি কোৱাত অৰুণে আৰু একো নেমাতি তাৰ পৰা ওলাই নিজৰ খোটালীত সোমালহি। একেটা খোটা-লীতে অৰুণ আৰু ভায়েক তৰুণ শোৱে—দুটা দুখন বিছনাত।

চন্দ্ৰকুমাৰ সেই ৰাতিৰ ব্যৱহাৰত অলপ আচৰিত হল আৰু অৰুণক যে তাৰ ইচ্ছাৰ পৰা লৰাবলৈ তেওঁৰ সাধ্যৰ অতীত সেইটো বুজিলে আৰু অৰুণৰ বিষয়ে কিছু শঙ্কাই তেওঁৰ মনত ঠাই পালে। অৰুণ কোঠাৰ পৰা ওলাই অহাৰ পিছত তৰুণক মাতি নি অৰুণৰ চিত্তচঞ্চলতাৰ বিষয়ে সাৱধান কৰি দি সেই ৰাতি অলপ জাগি শুবলৈ আৰু অৰুণৰ ওপৰত চকু ৰাখিবলৈ কলে।

তৰুণ আহি বিছনাত পৰিল সাৰে থাকিম বুলি। কিন্তু নিশা গহীন হৈ আহিলত তাৰ গল টোপনি। ৰাতি এবাৰ টোপনিৰ পৰা সাৰ পাই দেউতাকৰ কথা মনত পৰিল। বিছনাত উঠি বহি চকু মোহাৰি আঠুৱাৰ ভিতৰেদি চাই পঠিয়াই দেখে অৰুণে মাকক কোৱা মতেই কাম কৰিলে। নিজৰ চুৰিয়াৰে ঘৰৰ চতিত বান্ধি ফাঁচ লগাই নিজৰ জীৱনৰ জ্বলি থকা চাকিটো চিৰ নিৰ্ব্বা-পিত কৰি দিলে।

অৰুণৰ এই ঘটনা কেৱল চন্দ্ৰকুমাৰৰ কাৰণে সন্তান-বিয়োগেই নাছিল। সন্তানৰ এনে বিয়োগত চন্দ্ৰকুমাৰে যি শোক পাইছিল



তাতকৈ বোধকৰোঁ চন্দ্ৰকুমাৰ ব্যথিত হৈছিল নিজৰ পৰাজয়ত। নিজৰ লৰা এটাক নিজৰ মতলৈ ঘূৰাব নোৱাৰাত চন্দ্ৰকুমাৰৰ যুক্তিবৃত্তি, মানসিকতা আৰু দৃঢ়তা সকলো এই অৰুণে ব্যৰ্থ কৰি যোৱাত চন্দ্ৰকুমাৰ বৰ ব্যথিত হৈছিল। সেই গুণেই অৰুণৰ শোক পাহৰাবলৈ আহি এগৰাকী লোকে তেওঁক সান্ত্বনাৰ বাণী শুনাওতে কৈছিল—"তাৰ কথা আৰু নকব। সি মোৰ গালত এটা চৰ মাৰি গুচি গৈছে।" অৰুণক পথলৈ আনিব নোৱৰাটোক চন্দ্ৰকুমাৰে নিজৰ অক্ষমতা বুলি ললে আৰু তেওঁৰ দুখ হল সেই কাৰণেই বেছি। অৰুণৰ এই ঘটনাৰ পিছতেই চন্দ্ৰকুমাৰৰ 'অজেয়' কৱিতা প্ৰকা-শিত হল। অৰুণৰ জীৱন আৰু মৰণৰ সৈতে এই কৱিতাৰ সমন্ধ আৰু ই চন্দ্ৰকুমাৰৰ চৰিত্ৰৰ এপিঠি মুকলি কৰি দিছে আমালৈ। সেই কাৰণেই চন্দ্ৰকুমাৰৰ চৰিত্ৰ সেই পিঠি বুজিবলৈ অৰুণৰ জীৱন আৰু তাৰ মৰণৰ কাহিনী চন্দ্ৰকুমাৰৰ জীৱনীত ইমান লাগতিয়াল আৰু অপৰিহাৰ্য্য বুলি আমি বিবেচনা কৰোঁ। চন্দ্ৰকুমাৰৰ অজেয় কৱিতাই এই বিষয়ে চন্দ্ৰকুমাৰৰ মনত হোৱা প্ৰতিক্ৰিয়াৰ পৰিচয় পোৱা যাব।

## অজেয়

হে নিয়তি তই  
যদিও দুখৰ পিহনি শিলত থই  
ভাঙিলি মোৰ জীৱন-শস্য চূৰ্ণ বিচূৰ্ণ কৈ।  
বাৰু চাবি মোৰ চকুলোৰে তাকে  
সানিপুটকি লই  
বান্ধিম আশাৰ পিঠাপনা লাৰু,  
ভুঞ্জি নিচুকিব অই।  
সহস্ৰ হৃদয় যালৈ নেমেলে  
পথাৰৰ শস্যয়ো থোক  
তিতিকি কেতুৰী বন-খাৰধিও  
মিলক বা নিমিলক।

হে নিয়তি তই
যদিও পুনৰ জ্বলন্ত কুণ্ডত
ফুটন্ত জীৱন মোৰ
ভচম কৰিলি ধূলি উৰুৱালি
গচকি পেলালি ওৰ।
চা হেৰ চা—
চাওঁতে চাওঁতে উপচি পৰিল
ফুলেপাতে ( মোৰ ) কুঞ্জলতা
স্নিগ্ধ প্ৰেমৰ জীৱনদায়িনী
শাখা-প্ৰশাখাযুতা।
সহস্ৰ হিয়া জুৰাব ইয়াতে
ফুলনি মৰুৰ মাজে
যত, নাছিল একোৱেই কঠুৱা কালৰ
কাঁইট বালিত বাজে।

চন্দ্ৰকুমাৰে লৰা-ছোৱালীৰ শিক্ষা-দীক্ষা আৰু লৰা-ছোৱালী কেনেকৈ তুলিতালি গঢ়িপিটি তৈয়াৰী কৰিব লাগে এই বিষয়ে বৰ তৎপৰ আছিল। লৰা-ছোৱালীৰ জগতৰ ভিতৰত সোমাই সিহঁতৰ মনস্তত্ব বুজি সেইদৰে সিহঁতক শিকনি-বুজনি দিবলৈ তেওঁ সদায় যত্ন কৰিছিল। লৰা-ছোৱালীৰ ট্ৰেইনিং আৰু এডুকেছনৰ বিষয়ে তেওঁ বহুত বাপেকীৰ দৰে Passive attitude লব পৰা নাছিল কিন্তু আনফালে সেই বিষয়ত actively হস্তক্ষেপ কৰিছিল। লৰা-ছোৱালীৰ শিক্ষা দীক্ষাৰ বিষয়ে তেওঁ নানা প্ৰকাৰে experiment কৰি চাইছিল। আৰু লৰা-ছোৱালা শিক্ষা দিয়াৰ বিষয়ে যিবোৰ আধুনিক Theory আৰু প্ৰণালী প্ৰচাৰিত হৈছে সেইবোৰ বিষয়ে তেওঁ অধ্যয়ন কৰি লৰা-ছোৱালীৰ মাজত সেইবোৰৰ প্ৰমাণ চাই চাই শিক্ষা দিবলৈ যত্নপৰ হৈছিল। লৰা-ছোৱালীবোৰৰ মাজত যাতে সকৰে পৰা এটা cultural atmosphere সৃষ্টি হয় তাৰ কাৰণে তেওঁৰ বিশেষ চেষ্টা দেখা গৈছিল। ঘৰত তেওঁ লৰা-ছোৱালীবোৰক কৱিতা পাঠ, আবৃত্তি আৰু মাজে মাজে লৰা-ছোৱালীবোৰৰ হতুৱাই থিয়েটাৰ কৰোৱাইছিল আৰু এইবোৰো লৰা-ছোৱালীৰ শিক্ষাৰ এটা অপৰিহাৰ্য্য অঙ্গ বুলি তেওঁ বিবেচনা কৰিছিল।



আমাৰ দেশত সাধাৰণতে বাপেকীয়ে লৰা-ছোৱালীক স্কুলত দি আৰু আৱশ্যক হলে প্ৰাইভেট টিউটৰ দিয়েই ক্ষান্ত থাকে। স্কুলত ভাল ৰিজাল্ট কৰি বছৰে বছৰে প্ৰমোছন পাই আৰু দুশ্চৰিত্ৰ নোহোৱাকৈ থাকিলেই বাপেকীহঁতে পুতেকহঁতৰ ওপৰত সন্তুষ্ট হৈ থাকে আৰু লৰা-ছোৱালীৰ ইয়াৰ উপৰিও যে কিবা আৰু training দিবৰ আৱশ্যক তাক অনুভৱ নকৰে।

চন্দ্ৰকুমাৰৰ কিন্তু বিশ্বাস আন ধৰণৰ আছিল। মানুহকৈ গঢ়িবলৈ হলে লৰা-ছোৱালীৰ যি চৰিত্ৰ গঠনৰ আৱশ্যক সেইটো যে আমাৰ বৰ্ত্তমান স্কুল-কলেজীয়া শিক্ষাপ্ৰণালীৰ দ্বাৰাই হোৱা নাই সেইটো চন্দ্ৰকুমাৰে ভালকৈ উপলব্ধি কৰিছিল আৰু সেই কাৰণে তেওঁৰ নিজৰ পুতেকহঁতক ডাঙৰলৈকে নিজৰ চকুৰ আগত ৰাখি ভালকৈ শিক্ষাৰ ব্যৱস্থা কৰিছিল। লৰা-ছোৱালীৰ আটাইবোৰ মানসিক ভাগৰে যাতে উৎকৰ্ষ সাধন হব পাৰে আৰু কাৰোবাৰ কোনো বিশেষ মানসিক উপযোগিতা থাকিলে তাক সেই ফালে ঢাল খুৱাই সেই ফালেই তাৰ উৎকৰ্ষতা সাধন কৰোৱাটো তেওঁ বিচাৰিছিল। লৰা-ছোৱালীৰ শিক্ষা-দীক্ষাত তেওঁ কিমান মন দিছিল আৰু লৰা-ছোৱালীক যি আদৰ্শৰে শিক্ষা দিব লাগে সেই বিষয়ে চন্দ্ৰকুমাৰৰ কি ধাৰণা তাক আমি বীণবৰাগীৰ 'সেৱা লহৰা' কৱিতাটো চালেই বুজিব পাৰোঁ। এই কৱিতা তেওঁ বীণবৰাগীত লৰা-ছোৱালাৰ গান বুলি দিছে। এই গান যাতে লৰা-ছোৱালীয়ে আবৃত্তি কৰি বা গাই তাৰ আদৰ্শৰে অনুপ্ৰাণিত হৈ নিজকে সেইদৰে গঢ়ি তুলিব পাৰে। এই গানৰ মাজেদিয়েই লৰা-ছোৱালীৰ আগত আদৰ্শ নাগৰিকৰ চানেকী দাঙি ধৰা হৈছে আৰু এটা উন্নত সবল জাতিগঠনৰ প্ৰধান আহিলা উপযুক্ত ব্যক্তি হব পৰাৰ শক্তিশালী ইঙ্গিতেৰে ভৰপূৰ। এই কৱিতাটোৰ ভিতৰেদি ভালকৈ গৈ দকৈ গুণি-গাঁথি চালে চন্দ্ৰকুমাৰে দেশৰ লৰা-ছোৱালীক কি ভাবে গঢ়ি তোলাৰ বাবে অভিলাষী তাক আমি ফটফটীয়াকৈ দেখিবলৈ পাম।

## সেৱা-লহৰী

(লৰা-ছোৱালীৰ গান)

নেজানো প্রণতি
ভক্তি তুতি-নতি
সেৱাই আমাৰ গতি
সেৱাতে অৰ্পিম
ধৰম কৰম
ক্ষুদ্র আমাৰ শক্তি।

(১)

ছোৱালী— সৰু হাত-ভৰি
লাহিকৈ আঙুলি
লৰা— বজ্রমুঠিৰ বান্ধ।
ছোৱালী— কামত লাগিলোঁ
সেৱা তুলি ললোঁ
লৰা— মাতৃলৈ পাতিছোঁ কান্ধ।

(২)

ছোৱালী— মৰম-প্রতিম
হিয়াক পাতিম
উভয়— দুখীৰ দুখত দুখী।
লৰা— সুখ বলিদান
ধৰিম যোগান
উভয়— —সমূহ সুখত সুখী।

(৩)

ছোৱালী— শুচি দেহা-মন
শুচি আলাপন
পবিত্র আতমাধাৰী।
লৰা— সেৱা ধৰমৰ
হম যোগ্য নৰ
ছোৱালী— আমি সমধৰ্ম্মী নাৰী।



(৪)

লৰা— দুখ কষ্টৰাশি
লম উপযাচি
ছোৱালী— অগ্নি-পৰীক্ষালৈ সাজু।
লৰা— নিয়মৰ বান্ধ
পিন্ধি হম শাঁত
ছোৱালী— কৰিম নিজক কাজু।

(৫)

লৰা— কৰোঁ অঙ্গীকাৰ
এৰি অহঙ্কাৰ
হওঁ সৰাতোকৈ সৰু
ছোৱালী— ক্ষুদ্র বালিকণ
লগেৰে মহান
উভয়— বিশ্বক মহান কৰোঁ।

(৬)

ছোৱালী— আমি দীনহীন
হিয়া অতি ক্ষীণ
লৰা— —যুটীয়া বলেৰে বলী।
ছোৱালী— আমি মৰিমূজি
সৰু তৃণ গুচি
লৰা— হমগৈ সৰবদলী।

(৭)

ছোৱালী— এডালি দুডালি
কৰি ত্ৰিনিডালি
লৰা— ফৈৰে বটোৰা জৰী।
ছোৱালী— লগৰ লগেৰে
শকত বান্ধেৰে
লৰা— বান্ধিম হাতীকো ধৰি।

( ৮ )

ছোৱালী— একে সেৱাৰ সেৱী<br>
একে দেৱৰ দেৱী<br>
উভয়— (আমি) একেটা কৰ্ম্মৰে কৰ্ম্মী।<br>
ছোৱালী— মূৰ দোঁৱাই গাওঁ<br>
লগলাগি যাওঁ<br>
উভয়— (আমি) মিলন ধৰ্ম্মৰ ধৰ্ম্মী।

এই গানটোৰ মাজেদিয়েই আমি চন্দ্ৰকুমাৰৰ লৰা-ছোৱালীৰ শিক্ষাৰ আৰু লৰা-ছোৱালী গঢ়ি তোলাৰ আদৰ্শ ফটফটীয়াকৈ দেখিবলৈ পাওঁ। সকলোৱে পৰাই যদি লৰা-ছোৱালীক "সেৱাই আমাৰ গতি, সেৱাতে অৰ্পিম ধৰম কৰম"ৰ কবিতা আওৰোৱাই সিহঁতৰ কোমল মনত সেৱাৰ গুটি সিঁচিব পাৰি, ছোৱালীয়ে যদি সকলোৱে পৰাই "কামত লাগিলোঁ, সেৱা তুলি ললোঁ।" বুলি আৰু লৰাই যদি সকলোৱে পৰাই "বজ্ৰমুঠিৰ বান্ধ"ৰ মুঠি মাৰিবলৈ অভ্যাস কৰি মাতৃলৈ কান্ধ পাতিবলৈ ওলায়, ছোৱালীয়ে যদি "মৰম প্ৰতিম হিয়াক পাতিম" বুলি লৰা-ছোৱালী উভয়ে "দুখীৰ দুখত দুখী" হবলৈ শিকে তেন্তে তেনেকুৱা শিক্ষা-দীক্ষাই সেই লৰা-ছোৱালীক ডাঙৰ হলে সংসাৰখন সুন্দৰ কৰিবলৈ কিমান উপযুক্তকৈ তুলিব। "সমূহ সুখত সুখী" হৈ সুখ বলি দিবলৈ "দুখ-কষ্টৰাশি উপযাচি লৈ, অগ্নি-পৰীক্ষালৈ যি দেশৰ লৰা-ছোৱালী সাজু হব পৰা হব পাৰে – সেই দেশৰ উন্নতি কোনে বাধা দি ৰাখিব পাৰে?" "উপযাচি দুখ-কষ্টৰাশি" লবলৈ যি দেশৰ মানুহ যিমান সাজু সেই দেশ সেই পৰিমাণেই উন্নত। দেশৰ অৱস্থা, বংশৰ অৱস্থা, ব্যক্তিৰ অৱস্থা চলি থকা অৱস্থাৰ উন্নত কৰিবলৈ হলেই সেই দেশৰ মানুহে, সেই বংশৰ লৰাই, সেই ব্যক্তিয়ে বৰ্ত্তমানৰ সুখ বলি দি নিজৰ বৰ্ত্তমানৰ অৱস্থাতে সন্তুষ্ট নহৈ নকৈ হাবি-বন ভাঙি নতুন পথাৰ ভাঙি উলিয়াবলৈ যদি উপযাচি দুখ-কষ্টৰাশি লবলৈ আগনাবাঢ়ে তেন্তে সেই জাতিৰ, সেই বংশৰ, সেই ব্যক্তিৰ অধোগতি নহলেও উদ্গতি যে কেতিয়াও নহব ই ধ্ৰুৱ। এই উপযাচি দুখ-কষ্টৰাশি লবলৈ নাৰাজ দেখিয়েই আজি আমাৰ দেশৰ কোনোফালে তেনে উন্নতি নাই।



উপযাচি দুখ-কষ্ট লৈ উন্নতিৰ নতুন বাট বিচাৰি ফুৰা জাতি-বোৰৰ বুৰঞ্জীলৈ চালেই এই কথাৰ সত্যতা ওলাই পৰিব। আমাৰ দেশত ডাঙৰ ডাঙৰ শিল্প প্ৰতিষ্ঠান বহুল কাৰবাৰ আৰু আন আন ডাঙৰ ডাঙৰ জাতীয় অনুষ্ঠান যিমানখিনি জাতিটোক জাতি হিচাপে গণ্য কৰাবলৈ আৱশ্যক তিমানখিনি নথকাৰ কাৰণটোও গুৰি এই কথা-ষাৰিতে বিচাৰিলেই পোৱা যাব। দেশৰ যিবোৰ সামৰ্থ্যবান আৰু আঢ্যৱন্ত মানুহ আছে তাৰ সৰহ ভাগেই যি অৱস্থাত আছে তাতেই সন্তুষ্ট নহৈ নতুনকৈ কাৰবাৰ, শিল্প প্ৰতিষ্ঠান, অনুষ্ঠান খুলি লোৱা মানে উপযাচি কিছুমান দুখ-কষ্ট বঢ়াই লোৱাৰ দৰে সেই কাৰণেই সেইবোৰৰ পৰা লোকসকল বিমুখ। ভয় জানোছা যি আছে সিও যায়। লাভলৈ চাওঁতে মূলো হেৰায়। এনেকুৱা যেতিয়া দেশত self satisfied অলপতে সন্তুষ্ট হৈ থকা লোক বা পৰিয়ালৰ সংখ্যা বাঢ়ে তেতিয়াই সেই দেশৰ উন্নতি ৰথৰ অশ্ববোৰৰ ঠেং খোৰা হয়।

শুচি দেহা মন, শুচি আলাপন, পৱিত্ৰ আতমাধাৰী হৈ অহঙ্কাৰ এৰি 'নিয়মৰ বান্ধ পিন্ধি হম শাঁত' বুলি স্থিৰ হৈ নিজকে সৱাতোকৈ সৰু হৈ মৰিমুজি সৰু তৃণ গুচি সৰবদলী হবলৈ গৈ হাতীকো বান্ধিবলৈ দিয়া শিকনি আৰু আদৰ্শইহে সঁচাকৈয়ে আমাৰ লৰা-ছোৱালীক আদৰ্শ দেশসেৱক, কৰ্ম্মী, সংসাৰত জাকত জিলিকাব পৰা, দেশ ৰাখিব পৰা পুৰুষ-তিৰোতা কৰিবগৈ পাৰিব। আমাৰ নিঃকিন দেশৰ লৰা-ছোৱালীক যুটীয়া বলৰ বিষয়ে সকলোৱে পৰা ভালকৈ মনত সাঁচ বহুৱাই দিয়াকৈ শিক্ষা দিয়া উচিত। যুটীয়া বল খটুৱাই আৰু যুটীয়াভাৱে কাম কৰিবৰ সুচল জনাটো-ৱেই এই নিঃকিন দেশক সকলোতকৈ বেছিকৈ জাতীয় উন্নতিৰ বাটত সহায় কৰিব পাৰিব আৰু শকত বান্ধেৰে হাতীকো বান্ধিব পৰা কৰিব। চন্দ্ৰকুমাৰৰ এই সেৱা লহৰী কবিতাটো লৰা-ছোৱালীৰ চৰিত্ৰ গঠনমূলক শিক্ষাৰ ফালৰ পৰা এটা হীৰামূলীয়া কবিতা। এই কবিতা প্ৰত্যেক লৰা-ছোৱালীকে কণ্ঠস্থ কৰোৱা উচিত। অসমীয়া আনকি বঙলা বা হিন্দী সাহিত্যতো এনে কবিতা বিৰল। বিশ্ব শিশু-সাহিত্যত যিকেটা লেখত লবলগীয়া লৰা-ছোৱালীৰ চৰিত্ৰ গঠনমূলক কবিতা আছে তাৰ ভিতৰত চন্দ্ৰকুমাৰৰ এই কবিতাটো এটা যে অন্যতম হব আমি তাক ডাঠি কব পাৰোঁ।

চন্দ্ৰকুমাৰে সদায় নিজৰ পৰিয়ালৰ লৰা-ছোৱালীৰ মনত সকতেই এটা উচ্চ আকাঙ্ক্ষা আৰু আদৰ্শ সুমুৱাই দিবলৈ যত্ন কৰিছিল। ডিমক্ৰেছীয়ে কেনেকৈ কাম কৰে আৰু যুটীয়াভাৱে বংশ চলিবলৈ হলে কেনেকৈ সংখ্যা গৰিষ্ঠৰ শাসন মানি বাকীবোৰে চলিব লাগিব তাৰ শিক্ষা চন্দ্ৰকুমাৰে লৰা-ছোৱালীবোৰক সৰুৰে পৰাই দিছিল। তেওঁ তামোলবাৰী বাগিচাৰ কামৰ পৰা জিৰণি লবলৈ মাজে মাজে তেজপুৰত ২/১ বছৰ কটাইছিল। এই অৱসৰ সময়ত তেওঁ লৰা-ছোৱালীবোৰৰ শিক্ষালৈ বিশেষকৈ চকু দিছিল। তেওঁ প্ৰায়েই লৰা-ছোৱালীবোৰ লগত লৈ চহৰৰ বাহিৰলৈ বালিভাত খাবলৈ লৈ গৈছিল। কোন ঠাইলৈ যোৱা হব সেইটো লৈ লৰা-ছোৱালীবোৰৰ মাজত কেতিয়াবা মতৰ অমিল হৈছিল আৰু তেতিয়া তেওঁ লৰা-ছোৱালীবোৰক গন্তব্য ঠাই সিহঁতক ভোট দি নিৰ্দ্ধাৰিত কৰিবলৈ দিছিল আৰু যি ঠাইৰ ফালে ভোট বেছি হৈছিল সেই ঠাইলৈ –বাকী অনিচ্ছুক কেটাকো যাবলৈ বাধ্য কৰিছিল। এইদৰে সংখ্যা গৰিষ্ঠৰ শাসন মানি চলাৰ অভ্যাস তেওঁ সকতেই সুমুৱাই দিবৰ কাৰণে চেষ্টা কৰিছিল।

ব্যৱসায় ক্ষেত্ৰতো যাতে উঠি অহা লৰাবোৰে যি কাৰবাৰতে লগাই দিয়া হয় সেই কাৰবাৰ তলৰে পৰা শিকিবুজি উঠিব পাৰে তাৰ কাৰণে তেওঁ সদায় তীক্ষ্ণ দৃষ্টি ৰাখিছিল। লৰাবোৰক কাৰবাৰত সুমুৱাই দিওঁতে প্ৰথমে তেওঁ সেই কাৰবাৰৰ সিহঁত মালিক নাইবা উত্তৰাধিকাৰীৰ দৰে সোমাবলৈ নিদি তাৰ কৰ্ম্মী হিচাপে সুমুৱাই দি সেই কাৰবাৰবোৰৰ ওপৰৱালাৰ তলত থাকি নিয়মানুবৰ্ত্তিতা মানি চলিবলৈ দিছিল আৰু সময়ত যেতিয়া লৰাই গৈ নিজৰ কাৰ্য্যকুশলতা দেখুৱাই ওপৰৱালা হবৰ উপযুক্ততা দেখুৱাইছিল তেতিয়াহে সিহঁতৰ গাত সেই কাৰবাৰৰ অনুষ্ঠানৰ ভাৰ দিছিল। কথাই কথাই তেওঁ কৈছিল যে লৰাবোৰে উত্তৰাধিকাৰীসূত্ৰে মাক-বাপেকৰ পৰা যিখিনি পায় তাকে সময়ৰ দান হিচাপে পোৱাতকৈ লৰাবোৰে সেই অনুষ্ঠানবোৰত সোমাই নিজৰ বুদ্ধি আৰু পৰিশ্ৰমৰে সেই অনুষ্ঠানবোৰৰ উন্নতিত বৰঙণি জোগাই তাক উপাৰ্জ্জন কৰি লব লাগে। তেতিয়াহে সেই সম্পত্তিৰ মালিক হৈ লৰাই তাৰ সদ্ব্যৱহাৰ কৰিব পৰা হয়। এই কথা তেওঁৰ নিজৰ জীৱনতে ঘটা দেখা যায়। তামোলবাৰী বাগিচাৰ অংশীদাৰত্ব যদিও তেওঁলৈ উত্তৰাধিকাৰী সূত্ৰেই আহিছিল তথাপি তেওঁ সেই বাগিচাৰ চালুকীয়া অৱস্থাতে তাত সোমাই তাক বুজন কৰি তুলি তেওঁৰ অংশখিনি কপালৰ ঘাম ভৰিত পেলাই আৰ্জ্জি লোৱাৰ দৰেহে হৈছিল। বহুত সময়ত ধনী বাপেকীৰ অগাধ সম্পত্তিৰ হঠাতে মালিক হৈ যি সম্পত্তিৰ অপব্যৱহাৰ আমি সচৰাচৰ দেখি থাকো চন্দ্ৰকুমাৰৰ মতে সেই সম্পত্তি উপাৰ্জ্জন কৰি ললে আৰু বেগতে লৰাই তাৰ অপব্যৱহাৰ কৰিবলৈ টান পাব।



মানুহ বুলিলেই দোষ গুণ থাকিব! দোষৰ ভাগ এৰি মানুহৰ গুণখিনি লবলৈহে যত্ন কৰিব লাগে। কোনো বিশেষ ত্ৰুটীৰ বাবে যে কোনো মানুহৰ মহৎ গুণকে গন্তি নধৰি উৰাই দিব লাগে এইবোৰ সাংসাৰিক ব্যৱহাৰ আৰু গুণীৰ গুণৰ আদৰ কৰিব পৰা অভ্যাস সৰুৰে পৰা আয়ত্ব কৰিবলৈকো চন্দ্ৰকুমাৰে লৰা-ছোৱালীবোৰক পাকেপ্ৰকাৰে শিকাবলৈ ধৰিছিল। কেতিয়াবা তেওঁ কিছু দিন অনুপস্থিতিৰ পিছত ফুৰিচাকি ঘৰলৈ আহিলে পুতেক ভতিজাকহঁতে তেওঁক তাৰে কোনোবাটোৱে কেনেকৈ কি কি দুষ্টালি কৰিছিল, কি জগৰ লগাইছিল ইত্যাদিৰ দীঘল তালিকা দি তেওঁৰ আগত ওজৰ যেতিয়া কৰে তেতিয়া তেওঁ হাঁহি-ধেমালিকৈ ওজৰ কৰা কেটাক অপৰাধীটোৰ বিষয়ে কয়— "বাৰু বেচ, সি বাৰু ইমানবোৰ জগৰ কৰিছিল। বাৰু তাৰ পিছত এতিয়া কহকচোন সিনো এই কেইদিন কি কি ভাল কাম কৰিছিল? তেতিয়া ওজৰ কৰা কেইটাই কিছু পৰ মনে মনে থাকি এটা দুটাকৈ জগৰ লগোৱাটোৱে কি কি ভাল কাম কৰিছিল তাৰ হিচাপ দিবলৈ ধৰিব। হিচাপ দিয়াৰ আৰু শেষ নোহোৱা হয়। তেতিয়া তেওঁ হাঁহি হাঁহি কয়— "অ' এতিয়া দেখোন লেখত তাৰ জগৰতকৈ তাৰ ভাল কামখিনিহে বেছি হল দেখোন!— অ' সি ইমানবোৰ জগৰতকৈ বেছি ভাল কাম কৰিছে, তাৰ দোষে-গুণে কটাকটি গৈয়ো দেখোন গুণ বেছিহে হল। সেই বাবে তাৰ 'কচুৰ' ছব মাফ।"

এইদৰে লৰাহঁতক তেওঁ সংসাৰত মানুহৰ গুণৰ ভাগটোলৈহে চকু দিব লাগে, কেৱল দোষকে খুচৰি ফুৰিব নালাগে তাৰ

শিক্ষা দিবলৈ যত্ন কৰিছিল। ইয়াৰ লগতেই সৰুৰে পৰা কেনেকৈ নানা দৃষ্টিকোণৰ ব্যৱহাৰ কৰি মানুহৰ বা বিষয়ৰ স্বৰূপটো জানিবলৈ চেষ্টা কৰিব লাগে তাৰো লগে লগে অভ্যাস কৰোৱাবলৈ যত্ন কৰিছিল।

লৰা-ছোৱালীয়ে সৰুৰে পৰাই চাফচিকুণকৈ থাকি বিশেষকৈ পৰিপাটিকৈ থাকিবলৈ কেনেকৈ অভ্যাস কৰিব লাগে তাৰ বাবে তেওঁ তীক্ষ্ণ দৃষ্টি ৰাখিছিল। পৰিপাটিকৈ থকামেলা, খোৱা-বোৱা, পিন্ধা-উৰা, অভ্যাস কৰাৰ ফলত মানুহৰ যে কাৰ্য্যক্ষমতা (efficiency) বাঢ়ে এইটো জনা কথা। সৰুৰে পৰা যি লৰাই অপৰিপাটিকৈ থাকে, খোৱাবোৱা পিন্ধাউৰাৰ কোনো শৃঙ্খলা নাই, চাফ-চিকুণতাৰ ফালে কোনো লক্ষ্য নাই, সোতমোচকৈ থাকি জধলা হৈ ডাঙৰ দীঘল হয়, সেই লৰাবোৰ পিছত কৰ্ম্ম-ক্ষেত্ৰত, কাৰবাৰী জীৱনতো, সেই সৰুৰ অভ্যাসবোৰে প্ৰকাশ পায় ইয়াক ভালকৈ মনকৰোতাই নেদেখাকৈ থকা নাই। চন্দ্ৰকুমাৰে এইবোৰ বৰ ভালকৈ উপলব্ধি কৰিছিল, সেই কাৰণেই লৰা-ছোৱালীৰ শিক্ষাত তেওঁৰ দিনটোৰ আধাখিনি সময়কে নিয়োগ কৰিছিল। লৰা-ছোৱালীৰ পঢ়াশুনা, খোৱা-বোৱা, খেল-ধেমালি, ফুৰাচকাৰ পৰা সিহঁতৰ মনৰ ভিতৰুৱা ক্ৰিয়ালৈকে তেওঁ সূক্ষ্ম দৃষ্টি ৰাখি সিহঁতক শিক্ষাৰ বাটত আগবঢ়াই নিবলৈ চাইছিল। লৰা-ছোৱালীৰ মনস্তত্বৰ ফালৰ পৰাই সিহঁতৰ গতিবিধি চাই সেই ৰূপে গঢ় দিবলৈ তেওঁ সিহঁতৰ শিক্ষা বিষয়ে সদায় বৈজ্ঞানিক প্ৰণালীকেহে প্ৰয়োগ কৰিবলৈ বিচাৰিছিল। চন্দ্ৰকুমাৰৰ যে মাজে মাজে ধৈৰ্য্যচ্যুতি হৈ লৰা-ছোৱালী শিক্ষা দিয়া পুৰণি প্ৰথাৰো আশ্ৰয় নোলোৱাকৈ আছিল তেনে নহয়।

আগৰৱালা পৰিয়ালৰ বংশগত সাহিত্য-সাধনাতো যাতে নতুন লৰা-ছোৱালীবোৰক দীক্ষা দিব পাৰে তাৰ বাবে তেওঁৰ আগ্ৰহ আছিল খুব বেছিকৈয়ে। লৰা-ছোৱালীৰ মাজত যাতে সাহিত্য-চৰ্চ্চাৰ এটা ৰাপ বহি যায়, সৰুৰ পৰাই সিহঁতক সেই আদৰ্শেৰে অনুপ্ৰাণিত কৰিবলৈ যত্ন কৰিছিল। চন্দ্ৰকুমাৰৰ এই চেষ্টা কিমান ফলৱতী হল তাৰ উত্তৰ সময়েহে দিব পাৰিব।

আমি চন্দ্ৰকুমাৰৰ এটা কথা বিশেষকৈ লক্ষ্য কৰি দেখিছোঁ যে তেওঁ ভালকৈ বুজিছিল যে কোনো ডাঙৰ বা সৰু কামকে



সুসিদ্ধ কৰিবলৈ হলে কিছুমান উপযুক্ত সহযোগী গঢ়ি লোৱাৰ আৱশ্যক এই কথাটো সদায়েই সঁচা যে উপযুক্ত সহযোগী নাপালে কোনো লোকেই অভিযান সাফল্যমণ্ডিত কৰিবগৈ নোৱাৰে আৰু কেনেবাকৈ কৰিলেও তাৰ স্থিতি ক্ষন্তেকীয়া হে হয়। আমি সদায় জগতৰ বুৰঞ্জীত দেখি আহিছোঁ যে পৃথিৱীৰ বিখ্যাত দিগ্বিজয়ীসকলৰ সদায় উপযুক্ত সহকাৰী আছেই। সেইদৰে জগতৰ সকলো ক্ষেত্ৰতে কি ৰাষ্ট্ৰীক, কি বৈষয়িক, কি বাণিজ্য সম্পৰ্কীয়, কি সামৰিক, সকলো অভিযান আৰু অনুষ্ঠানতে নেতৃস্থানীয় জনৰ সোঁহাত বাওঁহাত স্বৰূপ উপযুক্ত সহকাৰী আৰু সহযোগী বৰ্ত্তমান। এই উপযুক্ত সহকাৰী আৰু সহযোগী বাছি উলিয়াই উপযুক্তকৈ গঢ়ি নিজৰ কামত লগাব পৰাটোও জীৱনত কৃতীসকলৰ এটা প্ৰধান গুন। চন্দ্ৰকুমাৰৰ গাত এই গুন ভালদৰেই প্ৰকাশ পাইছিল তেওঁ এই কথা ভালকৈয়ে বুজিয়েই হবলা মানুহ, বিশেষকৈ উপযুক্ত কৰ্ম্মচাৰী গঢ়াত বৰ তৎপৰ হৈছিল আৰু তাৰ কাৰণে সৰ্ব্ব-শক্তি নিয়োগ কৰি সদায়ে সেই বিষয়ে যত্নপৰ আছিল। এই সহযোগীৰ উপযুক্ততা বা অনুপযুক্ততাৰ ওপৰতেই বহু লোকৰ জীৱন কাৰ্য্যৰ ভাগ্য নিৰ্ভৰ কৰে। বহু সময়ত বিচক্ষণ উপযুক্ত সহ-যোগীয়ে তেওঁৰ প্ৰভুৰ বহু ত্ৰুটী ক্ষতিপূৰণ কৰি গৈ তেওঁৰ অভি-যান সাফল্যমণ্ডিত কৰে আৰু বহু সময়ত অতি উপযুক্ত প্ৰভুৰ অনুপযুক্ত সহকাৰী আৰু সহযোগীৰ বাবেই আয়াসতে হবলগীয়া-টোও সিদ্ধ নহৈ কাৰ্য্য বিফল কৰোৱায়। সেই গুণেই মানুহৰ জীৱনৰ কৃতকাৰ্য্যতাত সহকাৰী আৰু সহযোগীৰ অংশ বহুমূলীয়া আৰু অপৰিহাৰ্য্য।

চন্দ্ৰকুমাৰ যদিও এইদৰে বাগিচাত সোমাই বাহিৰা-সংসাৰৰ আন কথালৈ মন নিদিয়াকৈ আছিল কিন্তু 'জোনাকী'ৰ দিনৰ সপোনটো তেওঁৰ অন্তৰত গুপুত খোটালীত মাত্ৰ সোমাইহে আছিল। অসমীয়া বাতৰিকাকত চলোৱাৰ বিষয়ে তেওঁ যি কাৰ্য্যপদ্ধতি ভাবি থৈছিল, ছাত্ৰ অৱস্থাতে সেই গুপ্ত ইচ্ছা আকৌ প্ৰবল হৈ উঠিল—সুযোগ আৰু সুবিধা দেখি। এতিয়া তেওঁ বাগিচাৰ অৱস্থা এটা নিৰ্দ্দিষ্ট স্থানলৈ আনি দেখিলে যে বাগিচা এতিয়া বুজন হল আৰু তেওঁৰ তীক্ষ্ণ দৃষ্টিৰ আগত

নাথাকিলেও বাগিচা ভালকৈয়ে চলি থাকিব। বাগিচাৰ অৱস্থা আৰু আয়ৰ পৰিমাণেও পৰিয়ালক যথেষ্ট সুখ-স্বাচ্ছন্দ্যত ৰাখি, পৰিয়ালৰ আৱশ্যকীয় খৰচ আদি যোগাইও আন ডাঙৰ কাৰ-বাৰলৈ ওপৰঞ্চিকৈ টকা দিব পৰা হল। তেতিয়া তেওঁৰ বয়স ভাটী দিছিল (প্ৰায় ৫২ বছৰ) তথাপিও ডেকা কালৰ নতুন বল, নতুন উদ্যম, সাহ আৰু কৰ্ম্ম শক্তিলৈ ডেকা কালৰে পৰা পোহা এই অসমীয়া জাৰ্ণেলিজিমক এটা গঢ় দিয়া আৰু সেই বিষয়ে এটা সুস্থ অনুষ্ঠান গঢ়াৰ ইচ্ছা এতিয়া কামত লগাবলৈ সুবিধা দেখি ওলাল। ১৯১৮ চনত ডিব্ৰুগড়ৰ পৰা 'অস-মীয়া' কাকত উলিয়াবলৈ স্থিৰ কৰি তেওঁ বন্ধু-বান্ধৱসকলৰ পৰামৰ্শ বিচাৰিলে। তেওঁক এই কামত প্ৰধান উৎসাহ দিওঁতা সেই সময়ত আছিল শ্ৰীযুত নীলমণি ফুকন, শ্ৰীযুত যতীন্দ্ৰনাথ দুৱৰা আৰু ৰায়বাহাদুৰ সদানন্দ দুৱৰা। সদানন্দ দুৱৰা ডাঙৰীয়াই প্ৰথমতে কিছু দিনলৈ অসমীয়াৰ সম্পাদক আছিল। এই কেগৰাকী অসমীয়াৰ ভিতৰত নামজ্বলা পুৰুষে প্ৰায়েই চন্দ্ৰকুমাৰক অসমীয়া কাকত চলাবলৈ পৰামৰ্শ দি আৰু বিশেষকৈ কাৰ্য্যভাৰলৈ শ্ৰীযুত নীলমণি ফুকনে সহায় কৰিছিল। প্ৰথম কেমাহমান ফুকন ডাঙ-ৰীয়াই ভালকৈয়ে খাটিবলগীয়া হৈছিল আৰু দৰাচলতে ফুকনেই প্ৰথমতে অসমীয়াৰ সম্পাদকতা কৰিছিল। অসমীয়াৰ এই আৰ-ম্ভণিতে মহিমচন্দ্ৰ সিংহ, লক্ষ্মীনাথ ফুকন, লোচনচন্দ্ৰ বৰুৱা, বিমলা বৰুৱা, আদি কৰ্ম্মীসকলৰ এই কাকতৰ কাৰণে যত্ন উল্লেখযোগ্য।

কিছু দিনৰ পিছত স্বৰ্গীয় মহেশ্বৰ বৰুৱাই সম্পাদকৰ বাব ইস্তফা দিয়াৰ পিছত দেশকৰ্ম্মী অমিয়কুমাৰ দাসক চন্দ্ৰকুমাৰে মাতি আনি অসমীয়াৰ ভাৰ দিয়ে। অমিয়কুমাৰৰ সৈতে তেওঁ প্ৰায়ে আলোচনা কৰিছিল—সময়ত কেনেকৈ ইয়াক দৈনিক কাকত কৰিব পাৰি আৰু এই দৈনিক কাকতৰ যোগেদি দেশক উদ্বুদ্ধ কৰি জনমত গঠন কৰি দেশৰ বহুল উপকাৰ সাধিব পাৰি। এই সকলো কথা ভালকৈ জানি বুজি আৰু ডেকা কালৰে পৰা এই বাতৰিকাকতৰ কাৰ্য্যকাৰিতাত ডাঙৰ বিশ্বাস থকাত ডাঙৰকৈ অসমত ছাপাখানা বহুৱাই এই বাতৰি কাকত আৰু সুবিধাকৈ উলিয়াবলৈ মনস্থ কৰে।



"সাদিনীয়া অসমীয়া"ৰ প্ৰতিষ্ঠাতা চন্দ্ৰকুমাৰ আগৰৱালা

এই সময়তে চন্দ্ৰকুমাৰৰ বাতৰি-কাকতৰ বিষয়ে তালকৈ একচিতীয়াকৈ লাগিবলৈ আৰু এটি সুবিধাও ওলাই পৰে। চন্দ্ৰ-কুমাৰৰ ভতিজাক ধীৰেন্দ্ৰনাথ পৰিয়ালৰ ভাৰখন কান্ধত লবলৈ সেই সময়ত উপযুক্ত হৈ উঠিল আৰু আইন পঢ়ি কলিকতাত আছিল। চন্দ্ৰকুমাৰে ভতিজাক ধীৰেন্দ্ৰনাথক কলেজৰ পৰা এৰুৱাই আনি বাগিচাৰ কাম-কাজ শিকিবলৈ লগাই দি ইফালে নিজেও ছাপাখানা বহলাই বাতৰি-কাকত চলোৱা অনুষ্ঠানটো ডাঙৰকৈ গঢ়িবলৈ লাগিল। এই সূত্ৰতে তেওঁ ৰামচন্দ্ৰ ব্ৰহ্মচাৰী নামেৰে এগৰাকী গুজৰাটী সন্যাসী লোকক ডিব্ৰুগড়ত লগ পায়।

এই ৰামচন্দ্ৰ ব্ৰহ্মচাৰী Servant of India Society ৰ এজন কৰ্ম্মী আছিল — বাতৰি-কাকত প্ৰচাৰ বিভাগৰ। সেই সূত্ৰে তেওঁ আহিছিল অসমলৈ আৰু চন্দ্ৰকুমাৰক লগ পাই তেওঁৰ সহায়তা কৰিলেই Society ৰ উদ্দেশ্যত সহায় হব বুলি চন্দ্ৰ-কুমাৰৰ লগত সহযোগিতা কৰিবলৈ স্থিৰ কৰে।

**নিউ প্ৰেছ স্থাপন**

এই সন্যাসীজন নিজে ছাপাখানাৰ কামত বৰ পাকৈত আছিল আৰু এওঁ চন্দ্ৰকুমাৰৰ বৰ বিশ্বাসভাজন হৈ পৰিল। এওঁৰ পৰামৰ্শ মতেই চন্দ্ৰকুমাৰে গুৱাহাটীত নিউ প্ৰেছ খুলিবলৈ মন কৰিলে আৰু এওঁৰ সহায়তে নিউ প্ৰেছৰ মেচিন আদি আনি গুৱাহাটীত পেলালেহি। চন্দ্ৰকুমাৰৰ দদায়েকৰ পুতেক ভায়েক খগেশ্বৰ আগৰৱালাক আনি নিউ প্ৰেছ চলোৱাৰ ভাৰ দি গুৱাহাটীৰ খাৰঘুলিত নিউ প্ৰেছ স্থাপন কৰিলে। গুৱাহাটীত নিউ প্ৰেছ স্থাপন কৰাৰ অলপ দিন পিছতে ৰামচন্দ্ৰ ব্ৰহ্মচাৰীয়ে ডিব্ৰুগড়তে নিউমোনিয়া ৰোগত আক্ৰান্ত হৈ ইহলীলা সম্বৰণ কৰিলে।

ডিব্ৰুগড়ত ১৯১৮ চনৰ পৰা ১৯২৪ চনলৈকে 'অসমীয়া' কাকতৰ বছৰি লোকচান হবলৈ ধৰিলে। এই লোকচানৰ বাবে অৱশ্যে দায়ী বাতৰি-কাকত পঢ়ুৱৈ আৰু দেশত বাতৰি-কাকতৰ প্ৰতি আৱশ্যকীয় আগ্ৰহৰ অভাৱ। ইফালে গুৱাহাটীত নকৈ স্থাপিত নিউ প্ৰেছৰো সেই অৱস্থা। প্ৰেছটো পতা হল ডাঙৰকৈ কিন্তু তাৰ আহাৰ সেইদৰে নোপোৱা হ'ল আৰু কাৰবাৰ হিচাপে সি আগবাঢ়িব নোৱাৰা হল। এই অৱস্থাত অসমীয়া আৰু নিউ প্ৰেছ এৰিবলৈকো টান হল আৰু

ধৰিবলৈকো ভয় হল। চন্দ্ৰকুমাৰে এইখিনিতে যদিও অলপ হোহকা-পিছলা কৰিছিল কিন্তু সি ক্ষন্তেকৰ কাৰণেহে। চন্দ্ৰকুমাৰে এটা কথা বুজিছিল আৰু তেওঁৰ এই বিষয়ে দৃঢ় ধাৰণাও আছিল যে এদিন অসমত বাতৰি-কাকত ভালকৈ চলিবগৈ তাকে কিন্তু ভালকৈ চলাওঁতা হব লাগিব। এই বিশ্বাস লৈ আৰু আংশিকভাৱে লোকচান হলেও অন্ততঃ দেশৰ জাৰ্ণেলিজিমক কিছু আগবঢ়াই দিয়া হব বুলি ভাবি আৰু ছাপাখানা আৰু বাতৰি-কাকতৰ কাৰ-বাৰটোক এটা ভালৰূপে 'ট্ৰায়েল' দিবৰ কাৰণে তেওঁ দৃঢ়চিত্ত হল। এতিয়া তেওঁৰ ভতিজাক ধীৰেন্দ্ৰনাথক বংশৰ গুৰি ধৰিব পৰা গুণাৱলী দেখি আৰু এই কেইবছৰে তেওঁৰ চকুৰ আগত সকলো শিকি-বুজি উপযুক্ত হৈ উঠা দেখি নিশ্চিন্ত হৈ ডিব্ৰুগড়ৰ কাৰবাৰ বাগিচাৰ সকলো ভাৰ তেওঁৰ হাতত গতাই দি গুৱাহাটীত বহি এই কাৰবাৰ ভালকৈ চলাই চাবৰ কাৰণে কৃতনিশ্চয় হল আৰু সেইদেখিয়েই ডিব্ৰুগড়ৰ পৰা অসমীয়া কাকত আৰু ছাপাখানা তুলি আনি নিউ প্ৰেছৰ সৈতে চামিল কৰি গুৱাহাটীতে তাৰ কেন্দ্ৰ পাতি কামত আগবাঢ়িল।

গুৱাহাটীত নিউ প্ৰেছৰ যদিও আশানুৰূপ নহল তথাপি অসমীয়া কাকত ওলোৱাৰ পৰা প্ৰেছ আগতকৈ ভালকৈ চলিবলৈ ধৰিলে। লাহে লাহে অমিয়কুমাৰৰ যত্নত অসমীয়া কাকত সৰবৰহী হল আৰু অসমীয়া কাকতৰ প্ৰচলন যথেষ্টৰূপে বাঢ়িল যদিও উল্লেখযোগ্য গ্ৰাহক সংখ্যা একো নহল। কেবছৰমান পিছত সাদিনীয়া অসমীয়া নিজৰ ভৰিত নিজে থিয় দিব পৰা অৱস্থালৈ আহিলত অসমীয়া কাকত দৈনিকৰূপে উলিয়াবলৈ মানুহে চন্দ্ৰ-কুমাৰক অনুৰোধ কৰিবলৈ ধৰিলে। গুৱাহাটী কংগ্ৰেছৰ সময়ত কেদিন মানৰ কাৰণে অসমীয়াৰ দৈনিক সংখ্যা উলিৱা হল। অসমত অস্থায়ীভাৱে উলিৱা এই অসমীয়াৰ দৈনিক সংখ্যায়েই প্ৰথম দৈনিক বুলিব পাৰি। অৱশ্যে নামে কামে দৈনিককৈ অসমৰ প্ৰথম বাতৰি-কাকত স্বৰ্গীয় ৰায়বাহাদুৰ শিৱ প্ৰসাদ বৰুৱাৰ বদান্যতাত ওলোৱা 'দৈনিক বাতৰি'হে।

সেই সময়ত যে অসমত নিয়মিতৰূপে বাতৰি-কাকত এখন দৈনিকৰূপে চলিব এই বিশ্বাস চন্দ্ৰকুমাৰৰ নাছিল। সেই কাৰণে দৈনিক কাকত উলিয়াবলৈ গৈ বৰকৈ ক্ষতিগ্ৰস্ত হৈ ভালকৈ



চলি থকা আৰু বুজন হৈ অহা অসমীয়াখনৰো মুধা মৰিব বুলি তেওঁ ভাবি প্ৰথমতে দৈনিকৰ আগতে তিনদিনীয়া উলিয়াবলৈ মন কৰি 'তিনদিনীয়া' অসমীয়া উলিয়ায় আৰু এই কাকতে ভালকৈ খোপনি পিটি ললে আৰু নিজৰ ভৰিত থিয় দিব পৰা হলে তেতিয়া ভাবিচিন্তি চাই আৰু দেশৰ অৱস্থা চাই অসমীয়াখন দৈনিক কৰিলে গৈ ভাল হব বুলি তেওঁ মত দিয়ে। তেতিয়া হলেহে কাৰবাৰ হিচাপেও ভালকৈ চলি দৈনিক কাকত এখন স্থায়ীভাৱে অসমত টিকি থাকিব পাৰিব বুলি তেওঁ মত পোষণ কৰে। তাকে নকৰি কেৱল অন্ধ উৎসাহৰ বশবৰ্ত্তী হৈ দৈনিক কাকত উলিয়ালে মাত্ৰ ক্ষণস্থায়ী হৈ সাদিনীয়া, তিনদিনীয়া অসমীয়াৰো কঁকাল ভাঙি দিব পাৰে বুলি তেওঁ দৈনিক অসমীয়া উলিৱাটো সময়সাপেক্ষ বুলি ভাবিলে। 'দৈনিক বাতৰি'ৰ গাতে তেওঁৰ বিশ্বাস ফলিৱা দেখি ঘপৰাই অসমীয়া দৈনিক কৰাৰ তেওঁ বৰ উদ্যোগী হব নুখুজিলে। চন্দ্ৰকুমাৰৰ জীৱন কালত যদিও অসমীয়াক স্থায়ী দৈনিক হিচাপে দেখি যাব নোৱাৰিলে তথাপি তেওঁ গঢ়ি থৈ যোৱা আসাম প্ৰিন্টাৰ্ছ এণ্ড পাব্লিছাৰ্ছে যে সময়ত তেওঁৰ এই ইচ্ছা পৰিপূৰণ কৰি দেশক এখন স্থায়ী দৈনিক দিবগৈ পাৰিব তাক আমি আশা কৰিবলৈ এৰা নাই। চন্দ্ৰকুমাৰৰ অসম্পূৰ্ণ কাৰ্য্যৰ ভাৰ লওঁতা-সকলক ঈশ্বৰে এই বিষয়ে সোণকালে সুবিধা দিবলৈ আমি প্ৰাৰ্থনা কৰিলোঁ। অসমীয়া বাতৰি-কাকত চন্দ্ৰকুমাৰৰ জীৱন্ত স্মৃতি। এই স্মৃতিৰ প্ৰদীপটিয়েই আজি চন্দ্ৰকুমাৰৰ সোঁৱৰণৰ ক্ষীণ আলোক অসমৰ পৰ্ব্বতে-ভৈয়ামে বিলাই আছে। এই প্ৰদীপটিত এসপ্তাহৰ ঠাইত তিনদিনৰ ঠাইত দিনে দিনে তেল পৰি তাক আৰু উজ্জ্বল হৈ জ্বলি চন্দ্ৰকুমাৰৰ স্মৃতি আৰু উদ্ভাসিত কৰি তোলক আৰু তাৰ পোহৰেৰে 'স্বৰ্গতো অধিক জনমভূমি'ৰ মুখ উজ্জ্বল কৰোক। চন্দ্ৰকুমাৰৰ অসম্পূৰ্ণ কাৰ্য্যত সম্পূৰ্ণতা দিবলৈ চন্দ্ৰকুমাৰৰ কাৰ্য্যভাৰ লওঁতাই বুকত বল আৰু অন্তৰত সাহ পাওক। চন্দ্ৰকুমাৰে এই অসমীয়াৰ কাৰণে বহু ত্যাগ স্বীকাৰ কৰিবলগীয়া হৈছিল। গোটেই জীৱন কালত মাথোন তেওঁ আৰ্থিক ক্ষতিহে স্বীকাৰ কৰিবলগীয়া হল। অসমীয়াৰ কাৰণে আৰ্থিক ক্ষতি, শৰীৰৰ কষ্ট, মানসিক দুঃচিন্তা সহি চন্দ্ৰকুমাৰে ত্যাগৰ তেজৰে এই অস-

মীয়াখন দি থৈ গৈছে— এই অসমীয়া যেন আৰৌ ত্যাগৰ তেজৰেই দুগুনে, তিনিগুনে উজ্বলি দেশ পোহৰাই শক্তিশালী হৈ ৰাইজৰ কাৰ্য্যত নিয়োজিত হওক। চন্দ্ৰকুমাৰৰ স্মৃতিক বুকত লৈ আৰু ত্যাগৰ সেন্দূৰ কপালত পিন্ধি অসমীয়া যাউতিযুগীয়া হওক—অসমৰ আৰু অসমীয়াৰ হিতসাধি থাকিবলৈ।

চন্দ্ৰকুমাৰে এই অসমীয়াখনৰ 'প্ৰেষ্টিজ'ৰ কাৰণে কিমান বছৰ ক্ষতি স্বীকাৰ কৰিবলৈ সাজু হৈছিল তাক তলত দিয়া এই ঘটনাটোৰ পৰাই বুজিব পাৰি। 'অসমীয়া মানহানি গোচৰ'ৰ ঘটনাটোৰ মাজেদি।

অসমীয়া মানহানি সুন্দৰীদিয়াৰ ঘটনা লৈ যি মোকৰ্দ্দমা হৈছিল—ইয়াৰ পৰিচালনাৰ পৰাই চন্দ্ৰকুমাৰৰ জীৱনৰ এটা বিৰাট মহত্ব ওলাই পৰিছে। হৰিবিলাসে মুখৰ বাক্য ঘূৰাবলৈ টান পাই কলিকতাৰ ঘৰ বেচা সংক্ৰান্তত কেবা হাজাৰো টকা হাতৰ মুঠিৰ পৰা এৰি দিয়া মহত্বতকৈ ই কোনো গুণে কম নহয়। নিজে যিটো সত্য বুলি বিশ্বাস কৰে আৰু যি কথাটোৰ ওপৰত নিজৰ নিজৰ এখন মুখপত্ৰৰ, দেশৰ আৰু দেশৰ মানুহৰ আত্মসন্মান নিৰ্ভৰ কৰে সেইটো আৰ্থিক লোকচানৰ ভয়ত পৰি চন্দ্ৰকুমাৰে মোকৰ্দ্দমা হবলৈ নিদিয়াকৈ থৈ মোটোকা মাৰিবও পাৰিলেহেঁতেন কিন্তু তাকে নকৰি প্ৰায় গোটেই কথাটো তেওঁ গাত পাতি লৈ কান্ধ পাতি ধৰিলে। এই সুন্দৰীদিয়াৰ ঘটনাটোৰ বিৱৰণ প্ৰথমতে মহাত্মা গান্ধীৰ ইয়ং ইণ্ডিয়া কাকতত ওলায় আৰু তাৰে পৰা অসমীয়াত তুলি দিয়ে। এই কাকতত লিখা কথা মিছা বুলি আৰু ই গৱৰ্ণমেণ্টৰ উচ্চপদস্থ কৰ্ম্মচাৰী এজনক মিছা দোষাৰোপ দিয়া হৈছে বুলি অসমীয়াৰ সম্পাদকৰ ওপৰত মানহানিৰ অভিযোগ অনা হয় আৰু অসম গৱৰ্ণমেণ্টে অসমীয়াৰ সম্পাদকক এই বিষয়ে অভিযুক্ত কৰে। গৱৰ্ণমেণ্টে যদিও এই বিষয়ে সম্পাদকক অভিযুক্ত কৰে তথাপি গৱৰ্ণমেণ্টে এই বিষয়ে ভুল হৈছে বুলি অসমীয়াৰ সম্পাদকে ক্ষমা প্ৰাৰ্থনা খুজি সেই প্ৰবন্ধটো কাকতৰ পৰা তুলি ললে গৱৰ্ণমেণ্টৰ আৰু এই বিষয়ে আগবাঢ়িবৰ ইচ্ছা নাথাকিব বুলিও জানিবলৈ দিয়ে। ইয়াতে অসমীয়াৰ বুঢ়া সম্পাদক স্বৰ্গীয় মহেশ্বৰ বৰুৱাই ভুল স্বীকাৰ কৰি প্ৰবন্ধ তুলি লবলৈকে ওলায় আৰু



তাকে নকৰি এটা বিৰাট মোকৰ্দ্দমা তৰিলৈ অৰ্থহানি আৰু শেষত অভিযুক্ত হোৱাৰ ভয় থকাত ইমানতে তাক সামৰি থোৱাই ভাল বুলি মত প্ৰকাশ কৰে। অসমীয়া কাকত অৱশ্যে চন্দ্ৰকুমাৰৰ ব্যক্তিগত সম্পত্তি নহয়। তেৰেঁই প্ৰতিষ্ঠা কৰা আসাম প্ৰিণ্টাৰ্ছ এণ্ড পাব্লিছাৰ্ছ লিমিটেড কোম্পানীহে তাৰ গৰাকী। এই কোম্পানীৰো সকলো পৰিচালক মোকৰ্দ্দমা চলাবলৈ একমত হব নোৱাৰিলে। চন্দ্ৰকুমাৰৰেই এই কোম্পানীত সৰহীয়া অংশ আৰু সেই কাৰণেই তেওঁ মত ৰজাবলৈকো ভোটৰ বল আছে। চন্দ্ৰকুমাৰে কেজনমান পৰিচালকৰ আৰু সম্পাদকৰ অনিচ্ছাতো কেজনমান ডিৰেক্টৰৰ লৈতে একমত হৈ মোকৰ্দ্দমা চলাবলৈকে সিদ্ধান্ত কৰিলে আৰু এনে এটা গুৰুতৰ বিষয়ৰ বিষয়ে নুবুজাকৈ মোটোকা মাৰিবলৈ মান্তি নহল। মোকৰ্দ্দমা চলিল আৰু কোম্পানীয়ে মোকৰ্দ্দমাৰ কাৰণে যি টকা দিছিল তাতোকৈ এই মোকৰ্দ্দমাৰ ব্যয় বহুতো বাঢ়িল। মোকৰ্দ্দমাৰ মাজভাগত সম্পাদক বৰুৱা ডাঙৰীয়াকো কিছু বিহ্বল যেন দেখা গল আৰু এই বিষয়ে ভুল স্বীকাৰ কৰি আদালতত ক্ষমা প্ৰাৰ্থনা কৰি মোকৰ্দ্দমাৰ তিমানতে অন্ত পেলোৱাৰ ইচ্ছা তেওঁ প্ৰকাশ কৰিবলৈ ধৰিলে। চন্দ্ৰকুমাৰৰ কিন্তু সেইটো ইচ্ছা নাছিল। কাকত এখনৰ আৰু সম্পাদকৰ এইদৰে মূল্যহানি হবলৈ তেওঁ দিবলৈ ৰাজী নহল। কিন্তু সম্পাদক বৰুৱা ইমান বিচলিত হোৱা দেখি তেওঁ চিন্তিত হল। বৰুৱাক এদিন ঘৰলৈ মাতি আনি তেওঁ এই বিষয়ে খাটাংকৈ সুধিলে আৰু বৰুৱাই এই মোকৰ্দ্দমাৰ ফলত তেওঁৰ নানা আৰ্থিক ক্ষতি হৈ তেওঁৰ ভৱিষ্যতৰ বিষয়ে শঙ্কা প্ৰকাশ কৰিলে। তেওঁ জেললৈ যাবলগীয়া হলে তেওঁৰ পৰিয়ালৰ ভৰণপোষণৰ সকলো ব্যয় ভাৰ গাত লৈ আৰু সম্পাদক বৰুৱাৰ কেনেবাকৈ পেন্সন গলে তেওঁৰ গোটেই জীৱিত কালটো চন্দ্ৰকুমাৰৰ নিজৰ সম্পত্তিৰ আয়ৰ পৰা তেওঁক পেন্সনৰ টকা কেটা দি থকা হব বুলি লিখি দিবলৈ ওলালত সম্পাদক বৰুৱা কিছু আশ্বস্ত হল আৰু মোকৰ্দ্দমা চলাবলৈ ইচ্ছুক হল। ইচ্ছুক হল যদিও অসমৰ উকিলে এই মোকৰ্দ্দমা চলাবৰ কাৰণে যথেষ্ট বেয়া বুলি মত প্ৰকাশ কৰিলে আৰু কলিকতাৰ ডাঙৰ বেৰিষ্টাৰ এজন অনাৰ প্ৰস্তাৱ কৰিলে। ই অৱশ্যে ব্যয়সাপেক্ষ আৰু মোকৰ্দ্দমাৰ খৰচো বাঢ়ি যাব। কিন্তু তাতো চন্দ্ৰকুমাৰে সন্মতি দিলে আৰু

পিছত্ত সময় মতে কলিকতাত নিশিথ সেনক নোপোৱাত অখিল দত্তক আনি মোকৰ্দ্দমা চলোৱা হল। অসমীয়াৰ মোকৰ্দ্দমাত অৱশ্যে গৱৰ্ণমেণ্ট পক্ষ জিকিল আৰু অসমীয়া সম্পাদকৰ এহেজাৰ টকা জৰিমনা হল। সুন্দৰীদিয়াৰ অসমীয়া কাকতত প্ৰকাশ কৰা ঘটনা মিছা বুলি প্ৰমাণিত হল।

এই মোকৰ্দ্দমাত কেবা হাজাৰো টকা ভৰণি হল। অসমীয়া কাকতত মাত্ৰ এবাৰি উক্তিৰেই ইমানখিনি হবলৈ নিদিয়াকৈ ৰাখিব পাৰিলেহেঁতেন কিন্তু চন্দ্ৰকুমাৰে তাকে হবলৈ নিদিলে। ইয়াতে চন্দ্ৰকুমাৰৰ দৃঢ়তাৰ পৰিচয় ওলাই পৰিছে। এই ঘটনাৰ ওপৰত জীৱনীলিখকে বাহুল্যকৈ মন্তব্য নকৰিলেও চন্দ্ৰকুমাৰৰ গুণখিনি এই ঘটনাৱলাৰ মাজেদি পঢ়োতালৈ ওলায়েই আছে।

চন্দ্ৰকুমাৰ অসমত যৌথ কাৰবাৰ আৰু সমবায় সজ্ঘৰ বৰ পক্ষপাতী আছিল। এই ধনী বিৰল অসম দেশত বিশেষকৈ অসমীয়া মানুহৰ মাজত এই দুই অনুষ্ঠানৰ দ্বাৰাইহে বাণিজ্য বিষয়ে দেশৰ ডাঙৰ শ্ৰীবৃদ্ধি কৰিব পৰা কাম হাতত লব পৰা হব বুলি তেওঁ বিশ্বাস কৰিছিল। সেই কাৰণেই ৰাজহুৱা ধনেৰে যৌথ কাৰবাৰ কৰাৰ আৰু তাকে নিয়াৰি আৰু সুচাৰুৰূপে চলাই লাভৱান কৰি দেখুৱাটোও তেওঁৰ এটা জীৱনৰ ডাঙৰ ইচ্ছা আছিল। সেই কাৰণেই তেওঁ অসমীয়া কাকতখনকে কেন্দ্ৰ কৰি আসাম প্ৰিণ্টাৰ্ছ এণ্ড পাব্লিছাৰ্ছৰ আৰম্ভ কৰে আৰু পাছত তাক পাব্লিক কোম্পানী লৈ পৰিণত কৰে। কাৰবাৰ হিচাপে কৃতকাৰ্য্যতা লাভ কৰা আৰু স্থায়ী হোৱাৰ ভিতৰত এই আসাম প্ৰিণ্টাৰ্ছেই অসমত প্ৰথম। এই কোম্পানী এতিয়া লাহে লাহে টনকিয়াল হৈ আহিল আৰু চন্দ্ৰকুমাৰে জীৱন কালৰ ভিতৰতে এই কোম্পানীৰ এটা স্থায়ী গঢ় দি কোম্পানীৰ আৰ্থিক কৃতকাৰ্য্যতাও দেখি যাব পাৰিলে। চন্দ্ৰকুমাৰৰ এই অনুষ্ঠানত দেশৰ আগত এটা ওখ চানেকী দাঙি ধৰিলে। অসমীয়া মানুহৰ মাজত এতিয়া যৌথ কাৰবাৰ দুই চাৰিটাকৈ আৰম্ভ হৈছে আৰু পৰিপাটিকৈ চলোৱাৰো লক্ষণ দেখা গৈছে। অসমত যৌথ কাৰবাৰ কৃতকাৰ্য্যতাকৈ দেখুৱাত যে চন্দ্ৰকুমাৰ পথপ্ৰদৰ্শক আৰু এই কোম্পানীৰ দান যে ভালকৈয়ে লেখত লবলগীয়া তাক দোহাৰিবৰ সকাম নাই।



সমবায় সজ্ঘৰ বিষয়ে যদিও তেওঁ বহুলকৈ আৰু ডাঙৰকৈ পৰীক্ষা কৰি চাব নোৱাৰিলে তথাপি তেওঁ সৰুকৈ হলেও তাৰ এটা যি আদৰ্শ দি থৈ গৈছে সি আয়তনত কম হলেও আদৰ্শ হিচাপে তাৰ মূল্য আসাম প্ৰিণ্টাৰ্ছতকৈ সৰহ বুলিলেও অত্যুক্তি কৰা নহব।

চাহবাগিচাত নিজে থাকি আৰু বনুৱাৰ দৈনন্দিন জীৱনৰ সম্পৰ্কত আহি তেওঁ বনুৱাবিলাকৰ অৱস্থা ভালকৈ জানিছিল। বনুৱাবোৰে যি তাকৰীয়া দৰ্ম্মহা পায় তাৰে সিহঁতে পেটে-ভাতে খাই থাকিবহে পাৰে। সেই তাকৰীয়া আৰ্থিক সম্বল আকৌ বেছি ভাগেই বাগিচাৰ মাৰোৱাৰী মহাজনৰ অত্যাধিক লাভৰ অংশ পূৰাবলৈ যায়। চন্দ্ৰকুমাৰে দেখিলে যে যদি বাগিচাৰ এই মাৰোৱাৰী দোকানবোৰৰ ঠাইত বনুৱাবিলাকৰ ভিতৰতে সমবায় সজ্ঘ স্থাপন কৰি সিহঁতৰ আৱশ্যকীয় বস্তু-বাহানি এই সমবায় সজ্ঘৰ দোকানৰে যোগাব পাৰি তেন্তে বনুৱাবোৰৰ দুটা পইচাৰ ৰাহি হব আৰু ৰাহি হলে খোৱা-পিন্ধাত আগতকৈ কিছু সুখ পাব আৰু বাগিচাৰ ‘একঘেঁয়া’ জীৱন যাত্ৰাত সিহঁতৰ এই সমবায় সজ্ঘত মুখ্যভাৱে সংশ্লিষ্ট থাকিলে এটা সীমাবদ্ধ জীৱনৰ প্ৰসাৰো হব। সিহঁত আত্মনিৰ্ভৰশীল হৈ নিজৰ থকামেলাৰ ধৰণ যৎসামান্য বদলাবও পাৰিব। আৰ্থিক লাভ হিচাপে বনুৱাবোৰক এই সমবায় সজ্ঘৰ সামান্য দোকান এখনে বিশেষ একো দিব নোৱাৰিলেও মহাজনৰ অতিমাত্ৰা লাভ কৰা কবলৰ পৰা সিহঁতক সৰুৱাই সামান্য আৰ্থিক সকাহ দিয়াটোও সিহঁতৰ পক্ষে ডাঙৰ কথা। বিশেষকৈ এই সমবায় সজ্ঘই সিহঁতৰ জীৱনত এটা বিচিত্ৰ অভিজ্ঞতাৰ দৰে হৈ সিহঁতৰ নীৰস জীৱনলৈ যৎসামান্য বিচিত্ৰতা আনি দিব ইও একেবাৰে বাদ দিবলগীয়া কথা নহয়।

অসমীয়া কাকত আৰম্ভ কৰাৰ সময়ত চন্দ্ৰকুমাৰ বাগিচাৰ পৰা ওলাই ডিব্ৰুগড় চহৰত থাকিবলৈ ইচ্ছা কৰি ডিব্ৰুগড়ত এটা বঙলা সজাই তাতে পো-পৰিয়ালেৰে থাকিবলৈ লৈছিল। এই সময়ত তেওঁ মাজতে সমন্ধ ছিণ্ডি যোৱা জগতৰ সৈতে আকৌ ভালকৈ চিনাকি হবলৈ আৰম্ভ কৰিলে। বৰ্ত্তমান জগতত যি আধুনিক ভাবধাৰা প্ৰবাহিত হৈছে তাৰ সতে তেওঁ ভালকৈ চিনাকি

হৈ সেই নতুন তথ্য আৱিষ্কাৰ আৰু সামাজিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক জগতৰ আধুনিক, অত্যাধুনিক আৰু ভৱিষ্যত আঙুলিয়াই দিয়া ভাবধাৰাৰ সতে ভালকৈ পৰিচিত হয়। সেইবোৰৰ বিষয়ে নৱ অভিযান আন্দোলন আৰু প্ৰচাৰ কাৰ্য্যৰ ভালকৈ আঁতিগুৰি লৈ তেওঁ নিজকে সময়োপযোগী কৰি আনিলে। এই সময়ত তেওঁ এইবোৰ বিষয়ৰ আধুনিক কিতাপ-পত্ৰ আনি অধ্যয়ন কৰিবলৈ লাগিল। এই সময়ত তেওঁ অধ্যয়নত ইমান নীৰৱ হৈছিল যে প্ৰায়েই আমি তেওঁক নিশা এডোখৰ থাকোঁতেই উঠি চাকি জ্বলাই অধ্যয়ন কৰা দেখিছিলো। তেতিয়া তেওঁৰ বয়স আঢ়ৈ কুৰিৰ ওপৰ।

পিছৰ বয়সত তেওঁ সমাজবাদৰ বৰ পক্ষপাতী হোৱাটো আমি দেখিছিলো। এই আধুনিক আন্দোলনবোৰৰ বিষয়েও অৱগত হৈ তেওঁ বাগিচাৰ বনুৱাৰ মাজত সমবায় সঙ্ঘ আৰু পঢ়াশালি খোলাৰ বৰ পক্ষপাতী হৈছিল।

এই আদৰ্শৰ অনুপ্ৰেৰণাত আৰু তাকে পৰীক্ষা কৰি চাই সেই বিষয়ে তামোলবাৰী চাহবাগিচাত এখন সমবায় সঙ্ঘ স্থাপন কৰাই দোকান খোলাই দিয়ে। এই তামোলবাৰী সমবায় সঙ্ঘৰ দোকানৰ প্ৰতিপত্তি বঢ়াই তাক গঢ়ি তুলিবলৈ বাগিচাৰ ভিতৰৰ মাৰোৱাৰী দোকান তুলি দিয়ে। বাগিচাৰ বনুৱাবোৰক গোটাই এই সমবায় সঙ্ঘ মতে পতা দোকানৰ উপকাৰিতা বুজাই দিয়া হয়। বাগিচাৰ বনুৱাবিলাক এই বিষয়ে অতি উৎসাহিত হৈ উঠে আৰু সকলোৱে যথাসাধ্যে অংশ লৈ এই বনুৱাৰ অনুষ্ঠান তামোলবাৰী কো-অপাৰেটিভ ষ্টৰ্ছ স্থাপন কৰে আৰু চন্দ্ৰকুমাৰকে সেই সমিতিৰ সভাপতি পাতে। সমবায় সঙ্ঘ যথানিয়মে ছিলঙত ৰেজিষ্টাৰী কৰোৱা হয় আৰু সঙ্ঘৰ দোকান খোলা হয়। এই সঙ্ঘৰ দোকান ১৯২২ চনত খোলা হৈছিল আৰু আজিও সেই দোকান বনুৱাৰ মাজত অতি সুচাৰুৰূপে চলি আছে। বনুৱাবোৰো দোকান বনুৱাৰ মাজত অতি সুচাৰুৰূপে চলি আছে। বনুৱাবোৰো মাৰোৱাৰী মহাজনৰ অতিৰিক্ত লাভৰ ভাগৰ যোগান ধৰিবলগীয়া হোৱা নাই। আৰু সিহঁতবোৰে ছুটা পইচা ৰাহি হৈ ভাল মাল খাবলৈ পাইছে আৰু সেই দোকানৰ নিজেও আংশিক মালিক বুলি মনত এটা আনন্দ পাব পাৰিছে। আদৰ্শ দাঙি ধৰাৰ ফালৰ পৰা চন্দ্ৰকুমাৰৰ এই সৰু অকণমান কামটোও এটা লেখত লবলগীয়া ডাঙৰ কাৰ্য্য।



ইংৰাজী ১৯২৪ চনত 'অসমীয়া' বাতৰি কাকতখন গুৱাহাটীৰ পৰা উলিৱাৰ লগে লগেই আসাম প্ৰিণ্টাৰ্ছ এণ্ড পাব্লিছাৰ্ছ কোম্পানী নিজৰ তত্বাৱধানত ৰাখি গঢ়ি তুলিবৰ কাৰণে চন্দ্ৰকুমাৰ নিগাজীকৈয়ে আহি গুৱাহাটীত বহেহি। তেওঁৰ ডাঙৰ পুতেক বুজন হৈ উঠাৰ লগে লগে অসমীয়া আৰু নিউ প্ৰেছৰ কাৰ্য্যভাৰ গতাই দি চন্দ্ৰকুমাৰে জীৱনৰ শেষ কালডোখৰ আধ্যাত্মিক চিন্তাত আৰু প্ৰগতিমূলক সাহিত্য-চৰ্চ্চাত মনোনিবেশ কৰা দেখা গৈছিল! তেওঁ বিশেষকৈ সমাজতন্ত্ৰবাদৰ বৰ পক্ষপাতী হৈ পৰিছিল। তেওঁ এই সমাজতান্ত্ৰিক আদৰ্শেৰে তেওঁৰ আসাম প্ৰিণ্টাৰ্ছ এণ্ড পাব্লিছাৰ্ছ কোম্পানীক গঢ় দিবলৈ নানা মানুহৰ সৈতে আলাপ আলোচনা কৰাও আমি দেখিছিলো আৰু শুনিছিলো। কিন্তু নানা অসুবিধা আৰু তেওঁৰ ঘনাই হোৱা শাৰীৰিক অসুস্থতাৰ বাবে তাক কাৰ্য্যত পৰিণত কৰিব নোৱাৰিলে। জীৱনৰ শেহভাগত তেওঁ মহাত্মা গান্ধীৰ আদৰ্শমুগ্ধ হৈ পৰিছিল। ঘোৰ জাতীয়তাবাদীতো তেওঁ আছিলেই। যদিও মহাত্মা গান্ধীৰ আন্দোলনত তেওঁ বাহিৰলৈ ওলাই আহি জনতাৰ লগত যোগ দিয়া নাছিল তথাপি অসমীয়া বাতৰি-কাকতৰ যোগেদি নানাভাৱে অৰ্থ সাহায্য দি মহাত্মাৰ গঠনমূলক কাৰ্য্যপদ্ধতিত সহায় কৰি নীৰৱেই মহাত্মাৰ কৰ্ম্মপন্থা অৱলম্বন কৰি চলিছিল। 'মহাত্মা' শীৰ্ষক কৱিতাতেই তেওঁৰ এই গান্ধীভক্তি ওলাই পৰিছে।

এন্ধাৰ কুঞ্জত নামে স্বৰ্গৰ ৰহণ,
উদ্দীপ্ত পৰাণ মোৰ নৱ পৰশত,
ছিগিল হৃদয়গ্ৰন্থি, গুচিল সংশয়—
নতুন বলেৰে বলী মুকলি বিশ্বত।
নিঃকিন সেৱক মই নত কৰো শিৰ
পুণ্যাত্মা মহাত্মা গান্ধী ভক্ত কৰ্ম্মবীৰ।

১৯২১ চনৰ অসহযোগ আন্দোলনৰ পিছৰ পৰাই তেওঁ মহাত্মা গান্ধীৰ গুণমুগ্ধ হৈ পৰিছিল আৰু তেতিয়াৰে পৰা আজীৱন তেওঁ হাতে কটা সূঁতাৰ (খাদৰৰ) কাপোৰ-কানি পিন্ধিবলৈ ধৰে আৰু খোৱা-বোৱা, পিন্ধা-উৰা, থকামেলাতো সৰলভাৱে জীৱন যাপন কৰিবলৈ ধৰে। এইদৰেই নীৰৱ ভাবেই চন্দ্ৰকুমাৰে ভাৰতৰ

স্বাধীনতাৰ বাবে নিজৰ সাধ্য অনুযায়ী কাম কৰি যাবলৈ তৎপৰ হয়। বৰ্ত্তমান ভাৰতৰ পৰাধীন অৱস্থাই আনি দিয়া আলৈআথানি দেখি আৰু ইংৰাজ শাসকবৰ্গৰ নানান অনীতিমূলক কাৰ্য্যকলাপত তেওঁৰ অন্তৰ আত্মা যে কিমান বিক্ষুব্ধ হৈ পৰিছিল সেইটো তেওঁৰ 'বীণবৰাগী'ৰ 'পশুবল' কৱিতাত ভালকৈ প্ৰকাশ পাইছে ঃ—

সেৱক হৈ কৰিছা বলৰ দৰ্প
গৰাকীক পেলালা তল,
বলেৰে ছলেৰে শান্তিৰ দোহাই!
—অজলা সেও হৈ বল।
শান্তিৰ নামত অশান্তিৰ বেহা
বিধান বিহিছা আঁটি
বিধান ভঙ্গ বুলিয়েই আৰু
মাৰিছা নেগুৰ ছাটি।
বলৰ দৰ্পত ওফন্দি দেখা
ধৰণী গোখোজ প্ৰায়,
কালৰ গতিত নগৰ সাগৰ
সাগৰ নগৰ হয়।
ধুমুহাত পৰে মহা মহীৰুহ
ছুবৰি গচকত উঠে,—
বৰকৈ বাঢ়িলে দোঁ খাব লাগে,
সৰু অকণিকৈ টুটে।
মহা কোলাহল দমাই পাতিছা
তোমালৈ সুখৰ হাট।
তোমাৰে সুখত যোগান দিবলৈ
মাৰিছা সকলো বাট।
হালোৱা ভঙাই নগৰলৈ টানি
লইছা লগুৱা ভাৰী।
হোজাক দমাই চুষ্টক পালি
ওভোটা হুকুম জাৰি।

সুন্দৰৰ পূজাৰী চন্দ্ৰকুমাৰক আমি তেওঁৰ "সৌন্দৰ্য্য" কৱিতাত লগ পাওঁ।



কি মোহনী মাৰি মোৰ ভুলালি হৃদয়
ভাঙিলি ব্ৰতৰ বান্ধ দুৰ্ব্বল প্ৰাণৰ।
ক'ত কৰবাত—এফেৰি ৰূপৰ কান্তি,
—অজ্ঞানে সজ্ঞানে সেয়ে ধ্যান জ্ঞান মোৰ।
ভুমুকি মাৰোঁগৈ যতো নাই অধিকাৰ
উন্মত্তৰ দৰে ফুৰোঁ ঘৰত পৰত
প্ৰাণৰ আকাঙ্ক্ষা মোৰ হল বহুমুখী,
—কৰ্ত্তব্যৰ ঋণ দেখোঁ নপৰে মনত।
ফুৰিছোঁ যাত্ৰীৰ বেশে স্বদেশ-বিদেশ
সৌন্দৰ্য্য আভাষ যতে পাওঁ একণিকা।
সুন্দৰৰ আৰাধনা জীৱনৰ খেল
অভিনয় অন্তে ঘোৰ কাল যৱনিকা।

এই কৱিতাতেই চন্দ্ৰকুমাৰৰ সুন্দৰৰ বিষয়ে ধাৰণা পৰিস্ফুট হৈ উঠিছে। ৰূপসৌন্দৰ্য্যয়েই মানুহৰ মনত প্ৰথমেই সৌন্দৰ্য্যৰ স্পৃহা জগাই তোলে আৰু এই ৰূপসৌন্দৰ্য্যৰ সাধনাত আগবাঢ়ি গৈ থাকোঁতেই সৌন্দৰ্য্যৰ আচল তত্ত্ব সেই সাধকৰ উপলব্ধি হয়গৈ। চন্দ্ৰকুমাৰৰ সৌন্দৰ্য্যপিপাসু মনেও প্ৰথমতেই ৰূপসৌন্দৰ্য্যৰ আলম লৈ আগবাঢ়ি গৈ উপলব্ধি কৰিছেগৈ যে "সুন্দৰৰ আৰাধনা জীৱনৰ খেল।" এই উপলব্ধিয়েই চন্দ্ৰকুমাৰৰ গোটেই জীৱনত প্ৰভাৱ বিস্তাৰ কৰিছে।

চন্দ্ৰকুমাৰৰ মনীষাৰ গভীৰত্ব এতিয়াও অসমীয়া সাহিত্যৰ সমালোচকসকলে ভালকৈ উপলব্ধি কৰিব কিমান দূৰ পাৰিছে সেই বিষয়ে আমাৰ ঘোৰ সন্দেহ আছে। 'সুন্দৰৰ আৰাধনা জীৱনৰ খেল' এই এশাৰী বাক্যৰ পদুম পাতটিতে চন্দ্ৰকুমাৰে সংসাৰ চিন্তাৰ সাৰৰো সাৰ আঁতৰ কেটুপি যে থৈ গৈছে তাক ভালকৈ গমি চাওঁতালৈ নোলোৱাকৈ নাথাকে। এই চিন্তাৰ উজ্জ্বল মুকুতা ধুনীয়া আঁতিৰৰ টোপাল কেইটিত যে বিশ্বৰূপ প্ৰতিফলিত হৈ আছে, এই সংসাৰ-ভাওনাৰ আদি-অন্তৰ কথা এই আলোচ পথৰ যাত্ৰী মানৱৰ সৃষ্টি সভ্যতা আৰু মানৱৰ ক্ৰমবিকাশৰ সাধুটো, মানুহৰ অনন্ত উন্নতিৰ আকাঙ্ক্ষাৰ গুৰিৰ তত্ত্বথিনি গুপুত কথাটো যে জ্যোতিষীৰ ভাগ্য চোৱা মণিটোত ভূত-ভৱিষ্যতৰ কথা

দেখা দৰে দেখিব পাৰি তাক আমি ওপৰৰ সেই বাক্যশাৰী ফঁহিয়াই চালেই বহুতো উপলব্ধি কৰিবলৈ সক্ষম হম।

এই বিশ্ব সংসাৰখন অসম্পূৰ্ণতাৰ পৰা সম্পূৰ্ণতাৰ (Perfection) ফাললৈ লৈ যোৱা যিটো মানুহৰ অন্তৰত হেঁপাহ আছে সেইটোৱেই মানুহৰ সুন্দৰৰ পূজা। গোটেই বিকশিত হোৱা মনীষাৰ মানুহে সকলো ৰকমে এই পৃথিৱীৰ জীৱনটোক এটা সম্পূৰ্ণতাৰ মাজেৰে শুনিবলৈ চেষ্টা কৰিছে—এই চেষ্টাৰ বাবেই মানুহ সভ্যতা গঢ়ি উঠিছে। আৰু ধেমালিয়েই সুন্দৰৰ আৰাধনাৰ ধেমালি। সেই কাৰণে জীৱনৰ খেল হৈছে সুন্দৰৰ আৰাধনা। এয়ে সুন্দৰৰ পূজাৰ সূক্ষ্ম হাবিয়াস, ইয়েই কৱিতা। সেই কাৰণেই পৃথিৱীৰ জীৱন ধুনীয়া সুখময় কৰিবলৈ মানুহে কৱিতাৰ বোধন কৰিছে। এক ৰকমে চাবলৈ গলে আজিৰ বিজ্ঞানে মাথোন কৱিতাৰ সৌন্দৰ্য্যৰ আদৰ্শটো কাৰ্য্যকৰী কৰি তুলিবলৈহে বিচাৰিছে। দৰাচলতে বিজ্ঞান হৈছে কৱিতা আদেশ পালন কৰা গন্তময় ভৃত্য। কৱিতাই যিটো বিচাৰিছে— বিজ্ঞানে পৃথিৱীৰ মাটি বালি-পানী জুইৰে তাকে ৰূপ দি যাব লাগিছে। কৱিতাই প্ৰথমতে ভাবৰ মাজে মাজে উৰি ফুৰিবলৈ বিচাৰিছিল—বিজ্ঞানে তাকে বস্তু-বাহানি বিচাৰি তাক কাৰ্য্যকৰী ৰূপ দিছে। সেই কাৰণে বৈজ্ঞানিকো সুন্দৰৰ খেলতেই নিমগ্ন।

মানুহ কি ঈশ্বৰেই স্বয়ং মহাসৌন্দৰ্য্যৰ উপাসক। তেওঁ মহাকৱি হৈ যি সপোন দেখে? তাকে বৈজ্ঞানিকে ৰূপকোঁৱৰ হৈ ৰূপ দি যায়। আকৌ নিজেই পুৰণি সৌন্দৰ্য্যৰ বিদ্ৰোহী হৈ নিজে নিজৰ বিদ্ৰোহ কৰি পুৰণি ভাঙিছিঙি নৱতম বিশ্ব ৰচনা কৰে। সেই গুণে ঈশ্বৰৰ দৰে মানুহে নিজৰ পুৰণিৰ বিদ্ৰোহী হৈ নতুন সৌন্দৰ্য্য সৃষ্টি কৰিবলৈ বিপ্লৱ কৰে।

সুন্দৰৰ পূজাৰী দেখিয়েই চন্দ্ৰকুমাৰ আধুনিক অসমীয়া ভাষাৰ প্ৰধান বিদ্ৰোহী কৱি। এই সংসাৰত সুন্দৰৰ পূজাৰ অৱমাননা

বিদ্ৰোহী কৱি চন্দ্ৰকুমাৰ

দেখি তেওঁ সকলো মানৱ জীৱন কদৰ্য্যতাৰ বিদ্ৰোহ কৰি উঠিছে। বীণ-বৰাগীত সেই সুন্দৰৰ পূজাৰী কৱি চন্দ্ৰকুমাৰ মহাবিদ্ৰোহৰ সূচনা কৰি বিপ্লৱ আহ্বান কৰি বীণবৰাগীৰ প্ৰলয় নৃত্য কৰিছে। সুন্দৰৰ ৰাজ্যত মানুহৰ দুখ, দুৰ্দ্দশা, উংপীড়ন, অত্যাচাৰ আৰু



মানৱ জীৱনৰ কদৰ্য্যতা দেখি সুন্দৰৰ পথৰ পৰা ভ্ৰষ্ট হোৱা দেখি তেওঁ কি ভয়ঙ্কৰ ভাষাৰে বিপ্লৱ আহ্বান কৰিছে—

প্ৰলয়ৰ দিন ঘোৰ ভয়ঙ্কৰ আহক পাপীৰ ত্ৰাস
ব্ৰহ্মাণ্ডৰ চিন থাকিলহেঁতেন মাথোঁ সমুদ্ৰৰ জল।

বিপ্লৱীৰ এনে ভয়ঙ্কৰ মূৰ্ত্তিৰ ছবি সঁচাকৈয়ে পৃথিৱী আৰু কোন সাহিত্যত আছে কব নোৱাৰোঁ। পৃথিৱীখনৰ ওপৰত থিয় হৈ বিপ্লৱী বীণবৰাগীয়ে খণ্ডত পাপীক নিঃশেষ কৰিবলৈ গোটেই নক্ষত্ৰমণ্ডলত এটা আতঙ্কৰ সৃষ্টি কৰিবলৈ ওলাইছে—এটা অন্তনাক্ষাত্ৰিক প্ৰলয়ঙ্কৰী বিপ্লৱ কৰিবলৈ মানুহটোৱে এইদৰে অনন্তৰ ফালে হাত মেলি বিশ্বৰূপ ধৰিবলৈ যোৱা ভয়ঙ্কৰ ছবি পৃথিৱীৰ আন সাহিত্য আৰু আছে নে নাই তাক অৱশ্যে নাজানো—আছে যদিও বীণবৰাগীৰ এই ভয়ঙ্কৰ বিপ্লৱৰ কল্পনা এটা বিশ্বসাহিত্যৰ লেখত লবলগীয়া কল্পনা। বিশ্বসংসাৰ ভেদি যাব পৰা এনেকুৱা কল্পনা কৰিব পৰা কৱি চন্দ্ৰকুমাৰ বিশ্বৰ সাহিত্য সভাত আসন পাবলগীয়া মনিষী যে তাত কোনো সন্দেহ নাই।

লাহে লাহে নিজৰ ঘৰ আৰু পৰিয়ালত তেওঁ বিচৰা লগৰীয়া নাপাই, তেওঁ লগৰীয়া বিচাৰি অন্তৰ্মুখী হল আৰু তেওঁৰ এই অন্তৰ্মুখী অন্বেষণৰ ফলত তেওঁ তেওঁৰ সুহৃদৰ চিৰলগৰীয়া পাই শান্তি পালে। বাহিৰৰ লগ-সঙ্গ নহলেও তেওঁৰ লগৰীয়া ওলাল। এই সময়ৰ পৰাই সঠিকৰূপে তেওঁৰ কৱি-প্ৰতিভা দাৰ্শনিকতাৰ ফালে ঢাল খালে। প্ৰতিমাৰ "চিৰলগৰীয়া" কৱিতাৰ পৰাই তেওঁৰ এই সময়ৰ আভ্যন্তৰিক জীৱনীৰ এক আধ্যাৰ ভালকৈ বুজি পাব পাৰি।

সংসাৰত দুখে সুখে লগৰীয়া মোৰ
পৰম বান্ধৱ এই আশ্বাস আতমা,
সুন্দৰৰো সুন্দৰ সংসাৰ দুদিনীয়া,
প্ৰাণে প্ৰাণে বন্ধা মোৰ চিৰলগৰীয়া।

তামোলবাৰী চাহবাগিচাত এই কেবছৰে যদিও চন্দ্ৰকুমাৰক জীৱনৰ ওখ আদৰ্শৰ পৰা নি তমসাৰ মহাজালত পেলাইছিলগৈ তথাপিও সেই অৱস্থাই তেওঁক জয় কৰিব নোৱাৰিলে। তেওঁৰ ভিতৰৰ আধ্যাত্মিক মনটো সংসাৰৰ খহটা বাটত কৰবাত ৰকৈ খুন্দা খাই সাৰ পাই চন্দ্ৰকুমাৰক তলৰ বোকাৰ পৰা তুলি ওপৰৰ

পানীলৈ উলিয়াই সুকুৰৰ পোহৰত ফুলাই চন্দ্ৰকুমাৰৰ জীৱনটো এটা আধ্যাত্মিক আকাশৰ তলত ফুলা সৌৰভময় পদুম যেন কৰি দিলে।

কত হেজাৰ হেজাৰ প্ৰতিভাৱন্ত মানুহে চৰিত্ৰবল নথকাৰ বাবে জীৱনত এনেকুৱা আন্ধাৰৰ ঢৌ খাই তাতে উটি-বুৰি কৰবালৈ গুচি যায় কিন্তু চন্দ্ৰকুমাৰৰ চৰিত্ৰবলৰ বাবেই চন্দ্ৰকুমাৰৰ এই জীৱনৰ তামসিকতাৰ খণ্ডপ্ৰলয়ে খুটি লবাই উটাই দিব নোৱাৰিলে—তিতালে, বুৰালে কিন্তু লবাব নোৱাৰিলে। ধুই-পখালি আগতকৈ নিকাকৈহে থৈ গল। ধূলি, বালি, বোকাৰেও গা ধুলে নিকা হয়। চন্দ্ৰকুমাৰৰ জীৱনৰ ই এটা পঙ্ক-স্নান (mud bath)। ই চন্দ্ৰকুমাৰৰ আধ্যাত্মিক স্বাস্থ্য গঢ়ি তুলিবলৈ হয়তো কিজানি সহায়েই কৰি গল।

চন্দ্ৰকুমাৰৰ জীৱন কাহিনীক এটা আত্মাৰ বুৰঞ্জীকেই বুলিব পাৰি। এটা আত্মাৰ প্ৰকাশ বিকাশ আৰু তাৰ পূৰ্ণ পৰিণতি। প্ৰতিমা আৰু বীণবৰাগীৰ কৱিতাৰ মাজেদি চন্দ্ৰ-কুমাৰৰ আত্মাই কেনেকৈ সংসাৰৰ নানা অৱস্থাত পৰি পৰি কেনেকৈ সৃষ্টি-ৰহস্যৰ তত্ব আৰু মানুহ-জীৱনৰ উদ্দেশ্য বিষয়ক আধ্যাত্মিক সত্যবোৰ উপলব্ধি কৰি গৈ এটা মহান পৰিণতিত উপনীত হৈছেগৈ আৰু তাত উপস্থিত হৈ মানুহৰ মানুহ জাতিৰ মহান লক্ষ্যৰ বিষয়ে উপলব্ধি কৰি নিজেই সেই আনন্দ তীৰ্থলৈ যাত্ৰা কৰি জগতৰ মানৱ জাতিক সেই বাটেদি যাবলৈ ৰিঙিয়াই মাতি গৈছে—তাক আমি চন্দ্ৰকুমাৰৰ কৱিতাৰ মাজেদি জুমি চাই ধ্যান কৰি চালেই সম্যকৰূপে বুজিব পাৰোঁ।

চন্দ্ৰকুমাৰৰ এই আত্মাৰ বুৰঞ্জীখন বহলাই লিখিবলৈ আমি এই জীৱনীৰ দ্বিতীয় খণ্ডলৈ এৰি থৈ চন্দ্ৰকুমাৰ মানৱ কৱিৰূপে ওলোৱাৰ ফটফটীয়া পূৰ্ব্বাভাষৰ বিষয়ে কিছু আলোচনা কৰি চন্দ্ৰকুমাৰৰ জীৱনীৰ প্ৰথম খণ্ডৰ সামৰণি মাৰিম।

জীৱনৰ নানা ঘাত-প্ৰতিঘাতৰ মাজে মাজে আৰু জীৱন-জুৰি মানুহ ঈশ্বৰ আৰু মানৱৰ উদ্দেশ্যৰ বিষয়ে চিন্তা কৰি থাকোঁতে থাকোঁতে নানা জাগতিক আৰু আধ্যাত্মিক অভিজ্ঞতা লাভ কৰাৰ পাছত চন্দ্ৰকুমাৰে যে উপনিষদৰ সত্যবোৰ উপলব্ধি কৰি এটা আধ্যাত্মিক সুউচ্চ আৰু অতি মহান স্তৰৰ পৰা জীৱন চাব পাৰি-ছিল। তাক বীণবৰাগী কৱিতাত আমি ফটফটীয়াকৈ দেখিবলৈ পাওঁ।



প্ৰতিমাৰ কৱিতাৰ মাজেদি আমি তেওঁক উপলব্ধিৰ পৰা উপলব্ধিলৈ গৈ থকা দেখোঁ কিন্তু বীণবৰাগীত তেওঁ সিদ্ধকাম হৈ ওলাই তেওঁ সম্পূৰ্ণ সংশয়মুক্ত হৈ মহা বিশ্বাসৰে জগতক আহ্বান জনাইছে।

প্ৰতিমাৰ শেষৰ কৱিতাত চন্দ্ৰকুমাৰৰ আত্মাই যে নানা ঘাত প্ৰতিঘাতৰ মাজেদি সাতুৰি নাদুৰি আহি মানৱ জাতিৰ মহান উদ্দেশ্যৰ বিষয়ে চিন্তা আৰু সাংসাৰিক অভিজ্ঞতা সাগৰৰ পাৰ পাই টান মাটিত উঠিছেহি তাৰ বিষয়ে আমি সেই কৱিতাটো ফঁহিয়াই চালেই সন্দেহ নথকাকৈয়ে গম পাব পাৰোঁ। কৱিতাৰ আৱৰণৰে চন্দ্ৰকুমাৰে প্ৰতিমাৰ শেষ কৱিতা "জোনাকী" (কৱিতাজাল) ত তেওঁৰ ঘোৰ চিন্তাৰ ওপৰত নৱ প্ৰভাতৰ পোহৰ পৰি মানৱ জাতিৰ বিষয়ে তেওঁৰ নতুন উপলব্ধিৰ কথা আমাক জানিবলৈ দিছে।

* * *

পাহৰণি পমি মধুৰ ৰূপত
মিলি যায় স্মৃতি সতে,
কিবা দৃশ্য আজি মানসৰ তীৰে
স্বৰগ দেখি আগতে।
সঞ্চালিছে ঘনে ভাব ঢউবোৰ
ধৰিছে মৃদুল তাল,
চপলা কল্পনা কুমাৰীবিলাকে
গুথিছে কৱিতা-জাল।
অফুট সুৰেৰে হাঁহিছে গাইছে
—নুশুনা স্বৰ্গৰ গীত,
ধেমালিৰে প্ৰাণ ধেমালিমগন
হৰিছে মানুহৰ চিত।
ছাঁয়াময়ী কৱিতাৰ আবৰণে
শোভে মানসী প্ৰতিমা,
তুলি লৈ সেই হৃদয়ৰ বীণ
বৰষিছে মধুৰিমা।

এই কৱিতাটোৰ নাম চন্দ্ৰকুমাৰে দিছে জোনাকী আৰু লগতে ইয়াকো কৈ থৈছে ই 'কৱিতা-জাল'। কৱিতাৰ জালৰ মাজেদি

তেওঁৰ জোনাকী জিলিকিছে। এই জোনাকীয়েই যে তেওঁৰ 'মানসী প্ৰতিমা' তাকো ভাঙি কৈছে কৱিতাটোৰ শেহত—

"ছাঁয়াময়ী কৱিতাৰ আবৰণে
শোভে মানসী প্ৰতিমা"

সেই কাৰণে কৱিয়ে এই কৱিতাত কি কব খুজিছে সি আমালৈ ফটফটীয়া।

কৱিৰ মনৰ মানৱৰ মহত্বৰ আদৰ্শৰ যি জোনাকী—পৃথিৱীৰ নতুন পুঁৱতি—তাক কৱিয়ে সংসাৰৰ বাস্তৱ জীৱনৰ, মানুহৰ প্ৰকৃতিৰ বেমেজালিৰ আন্ধাৰত থাকি থাকি—সেই পুঁৱতিলৈ আশাকে এৰি দিয়াৰ দৰে হৈ থকাৰ পিছতো কৱিয়ে মানুহৰ বিষয়ে নতুন উপলব্ধিলৈ নিশ্চয়কৈ আহিলে। এই উপলব্ধিৰ চকু মেল খোৱাত কৱিয়ে মানৱৰ জীৱনৰ নতুন প্ৰভাত দেখিলে—"উষাৰ হাঁহিটি ৰঞ্জিলে পূৱত"। কিন্তু তথাপিও দৈনন্দিন সংসাৰৰ কথা কৈহে বিষম ভাবে লোৱা অভ্যাসৰ ফলত এই উপলব্ধিও কিবা কাল্পনিক মনৰ ধেমালিৰ কথাহে যেন বুলি নলগাকৈও নাথাকিল। তথাপিও কৱিৰ বিশ্বাস যে এই উষাৰ জোনাক নিমিষতে নামি বসুধা জুৰিব আৰু এই নতুন প্ৰভাতৰ আগমনত মানৱ প্ৰকৃতি নিশ্চয়কৈয়ে ক্ষন্তেকলৈ তধা লাগিবই। এই নৱপ্ৰভাতৰ সমীৰণ সোণালি সোঁতত সাঁতুৰি-নাদুৰি উটি আহি প্ৰকৃতিৰ আন্ধাৰ তমসাৰে ঢাক খাই থকা বুকু উদঙাই মানৱৰ নৱ আদৰ্শৰ মুকুতা সোণবোৰ পিন্ধাই দিছেহি। পৰ্ব্বতে-পাষাণে অৰুণে-আকাশে স্বৰ্গীয় পোহৰ। মধুৰ ৰুণৰুণনিৰে কিবা জগতলৈ নতুন বাতৰি আহিছে। কৱিয়ে সপোনত দেখা মানৱৰ আদৰ্শ জীৱনৰ কল্পনাৰ ছবিবোৰ সপোনৰ দৰে, পখিলাৰ দৰে, উৰি উৰি আহিছে আৰু দূৰত দেখোঁ কি নেদেখোঁকৈ সেই মানৱৰ আদৰ্শ জীৱনৰ স্বৰ্গৰ দৃশ্য আহি ছঁয়াময়া হৈ গিৰি শিৰে দেখিব লাগিছে। বিকটদশনা বাস্তৱ সংসাৰ দৈত্যৰ সমুখাসমুখি হোৱাৰ আগতে বিশ্বসংসাৰৰ সৌন্দৰ্য্যত অভিভূত হৈ মানৱ জাতিৰ মহান আদৰ্শৰ বিষয়ে কল্পনা আৰু আশা কৰি কৱিৰ মানসত যিটি আনন্দ-কমল ফুলিছিল তাক সংসাৰৰ বাস্তৱতাৰ সতে যুদ্ধ কৰা কৱিয়ে কত দিন হল পাহৰিয়েই গৈছিল কিন্তু আজি কৱিৰ এই সুনিশ্চিত আৰু অভ্ৰান্ত উপলব্ধিত সেই আনন্দ-মল 'প্ৰফুল্ল অথিৰ' আৰু অপূৰ্ব্ব সুন্দৰ সাজেৰে হাঁহিব লাগিছে। যি বীণখনিয়ে এদিন জীৱনৰ নবীনতাৰ বাসন্তী পূৰ্ণিমাত মানৱৰ মহামহত্বৰ সুৰত বাজি উঠিছিল আৰু যিখনি বীণা সংসাৰৰ বাস্তৱ দৈত্যৰ সতে সংগ্ৰাম ঘোষণা হোৱাৰ দিনা আঁতৰাই থৈ 'সাধনাৰ অসি লৈ' কৱি ওলাই আহি অত দিন সেই বীণা কৰবাতে নবজোৱাকৈ পেলাই থৈছিল সেই বীণ আজি আকৌ ঝঙ্কৃত হৈ উঠিল। এই বীণৰ তন্ত্ৰীত আজি আকাশা হাতৰ আঙুলি লাগিল—বীণা বাজি উঠিল।

সকলো সন্দেহ, বিষয়ৰ বিষ আঁতৰি আজি কৱিৰ প্ৰাণ মুকলি। আদৰ্শৰ স্বৰ্গৰ ভাৱৰ প্ৰতিধ্বনি উঠিছে বীণত। কৱিৰ জীৱন মউৰে ভৰপূৰ হৈছে। আজি পাহৰণি আঁতৰি গৈছে। আজি কৱিৰ মনৰ ভিতৰত স্বৰগৰ দৃশ্য ফটফটীয়াকৈ আগত জিলিকি ওলাইছে। এই উপলব্ধিত কৱিৰ মনত ভাৱৰ ঢৌ উঠিবলৈ ধৰিছে। তাকে কল্পনা কুমাৰীয়ে কৱিতা-জালকৈ গুথিছে আৰু সেই ছঁয়াময়া স্বৰ্গৰ গীত অফুট সুৰৰে গাইছে সিহঁতে। কিন্তু সংসাৰ-ধেমালিত ব্যস্ত মানুহে যদিও ধেমালিকেই খেলিব লাগিছে তথাপিও এই মানৱাদৰ্শৰ ছঁয়াময়া ছবি আৰু অফুট সুৰৰ গীত কাণত পৰাত মানৱ-জাতি মুগ্ধ নোহোৱাকৈ থাকিব পৰা নাই। প্ৰতিমাৰ মাজেদি মানৱাদৰ্শ বিচাৰোঁতা আৰু মানৱ জীৱনৰ উদ্দেশ্য থপিয়াই ফুৰা চন্দ্ৰকুমাৰৰ যি কৱিটিক আমি লগ পাওঁ সেই কৱি মনটোৱে বীণবৰাগীত মানৱ জীৱনৰ বিষয়ে সঠিক কৈ উপলব্ধিলৈ অহা পাওঁ। বাণবৰাগীত কৱি চন্দ্ৰকুমাৰৰ জীৱনৰ দৰ্শন পৰিস্ফুট হৈ ওলাইছে আৰু এই বীণবৰাগীতেই কৱি চন্দ্ৰকুমাৰ মানৱ-কৱি হিচাপে ফটফটীয়া হৈ পৰিছে।

এই জীৱনীৰ দ্বিতীয় খণ্ডত চন্দ্ৰকুমাৰৰ মানৱ কৱিৰ ভাগটো ভালকৈ ফঁহিয়াই চাবলৈ আশা ৰাখি এই প্ৰথম-খণ্ডৰ ইয়াতে অন্ত পেলালোঁ।

# উপৰষ্টি

সুকৱি শ্ৰীযুত ৰঘুনাথ চৌধাৰীৰ সম্পাদনাত ওলোৱা 'জয়ন্তী'ৰ প্ৰথম বছৰৰ পঞ্চম সংখ্যাত চন্দ্ৰকুমাৰৰ মৃত্যুৰ পিছত তলত দিয়া কৱিতাটো প্ৰকাশ হৈছিল।

## চন্দ্ৰকুমাৰলৈ

"Leave him—still loftier than the
world suspects
Living and dying— Browning.

—"সুন্দৰৰ আৰাধনা জীৱনৰ খেল"—
সুন্দৰৰ প্ৰতিমাত কল্পনাটি সঁপি
পাতিছিলা জগতত কৱিতাৰ মেল,
বীণ-বৰাগীটি হই সত্য-মন্ত্ৰ জপি।
কৰ্ম্মময় জীৱনৰ বাঘজৰী টানি
জীৱনৰ একোণেদি কৰিলা প্ৰসাৰ
মানৱৰ জনমৰ কৰমৰ বাণী,
গুচি গলা পূৰ্ণ দেখি সাধনা তোমাৰ।
সুন্দৰ সেৱাৰ ব্ৰতী বীণৰ বৰাগী,
বীণধ্বনি কাতি কৰি, প্ৰতিমা তিয়াগি
নিমিষতে জীৱনৰ লুকালা কালিকা।
কাষৰৰ বননিক লগাই তবধ,
লুইতৰ বুকুভৰি উঠিল শবদ
"অভিনয় অন্তে ঘোৰ কাল-যৱনিকা।"

শ্ৰীযুত ৰঘুনাথ চৌধাৰীদেৱে সেই সংখ্যাৰ জয়ন্তীতে সম্পাদকীয় প্ৰবন্ধত চন্দ্ৰকুমাৰৰ বিষয়ে এইদৰে লিখিছিল।—

একাধাৰে আধুনিক অসমীয়া সাহিত্যৰ এগৰাকী গুৰিধৰে তা, আধুনিক অসমীয়া কৱিতাৰ এটি উজ্জ্বল আৰ্হি আৰু ব্যৱসায়ী জীৱনৰ এজন পথপ্ৰদৰ্শক শ্ৰীযুত চন্দ্ৰকুমাৰ আগৰৱালা ডাঙৰীয়াই



যোৱা ১৮ ফাগুন বুধবাৰৰ দিনা পুৱা, তিনিকুৰি এঘাৰ বছৰ বয়সত (জন্ম ২৮ নৱেম্বৰ ১৮৬৭ চন) আদৰ্শ জীৱনৰ সামৰণি মাৰে। শ্ৰীযুত জ্ঞানদাভিৰাম বৰুৱাকে প্ৰমুখ্য কৰি ভালেটি গণ্য-মান্যলোকে তেওঁৰ কৰ্ম্ম জীৱনৰ এটি কেন্দ্ৰ লুইতৰ পাৰৰ নিউ প্ৰেছৰ পুৰণি ভেটিত কৰিৰ মৰমৰ প্ৰকৃতি আৰু বতাহৰ লগত পুণ্যশৰ মিহলি কৰি দিয়েগৈ। তেওঁৰ কৰ্ম্ম-মন্ত্ৰৰ ভিতৰৰ এটি আছিল নীৰৱতা। 'নীৰৱ কৰ্ম্মী' কথাষাৰ যেন তেওঁৰ গাতে পূৰা মাত্ৰাই প্ৰতিফলিত হৈছিল। এহাতে ললিত কলাৰ চৰম কলা কৱিতাৰ আশা-শুধীয়া পূজা, আনহাতে সংসাৰৰ কাৰ্য্য-নিয়ন্ত্ৰণ একেলগে সমাধান হোৱা দেখি আমাৰ কবলৈ সঙ্কোচ নহয়— চন্দ্ৰকুমাৰ! তোমাৰ জীৱন সম্পূৰ্ণ। কৱিতাৰূপিণী সৰস্বতী আৰু সম্পদ ঈশ্বৰী লক্ষ্মী উভয়ৰে তুমি প্ৰিয়পুত্ৰ হৈ অমৰা দেশলৈ প্ৰয়াণ কৰিলা। আমাৰ চকুলোটুপিত আনন্দ আৰু বেজাৰ দুয়োটাকে মিলাই তোমালৈ সন্তৰ্পণে দাণ্ডি ধৰিছো। তোমাৰ পৰমাত্মাই পূৰ্ণশান্তি লাভ কৰক।

চন্দ্ৰকুমাৰৰ সম্পাদনাতে ১৮১০ শকৰ মাঘৰ পৰা অসমৰ সাহিত্য-মন্দিৰৰ প্ৰদীপ স্বৰূপ 'জোনাকী' ওলায়। এই জোনাকীয়ে অসমীয়া ৰোমান্টিক কৱিতাৰ আৰু লক্ষ্মীনাথ, হেমচন্দ্ৰ গোস্বামী আদিৰ সাহিত্যৰ প্ৰতিভাময় যুগ সূচনা কৰি দিলে। চন্দ্ৰকুমাৰৰ সৰ্ব্বঢাক শক্তিৰ গুণতে যে 'জোনাক' ওলাইছিল বাহিৰৰ কোনেও এই কথাৰ নাম-গোন্ধকে নাপালে। কোনেও নাজানিলে 'জোনাক'ৰ জনক চন্দ্ৰকুমাৰ আৰু জোনাক বিলাওঁতা চন্দ্ৰকুমাৰহে। তেওঁ নিজৰ কাৰ্য্যৰ প্ৰতি সন্মান কোনোদিনেই নিবিচাৰিছিল। সেই দেখিয়েই হবলা এবাৰ সাহিত্য সভাৰ অভ্যৰ্থনা সমিতিয়ে আগৰৱালাদেৱক সভাপতিৰ আসনত বহুৱাব খুজি বিফল মনোৰথ হল। কৱিসুলভ আত্মতুষ্টিকৈ বুকুত বান্ধি জীৱনৰ শেষ কেইটা দিন তেওঁ গুৱাহাটীত নিৰলে কটাই নিৰলেই স্বৰ্গী হল। অসমৰ কাব্য সাহিত্যলৈ চন্দ্ৰকুমাৰৰ দান অতুলনীয় বুলিব পাৰি। তেওঁৰ কৱিতাত ব্যক্তিত্ব আৰু মৌলিকত্ব, সৰলতা আৰু জাতীয়তা একেলগে প্ৰকাশ পাইছিল। তেওঁৰ প্ৰতিমা লৈ বেজবৰুৱা ডাঙৰীয়াই কৈছিল— "প্ৰতিমাখনি সৰু, কিন্তু নিভাজ সোণৰ।" "বীণবৰাগীও অসমীয়া সাহিত্যৰ এটি আপুৰুগীয়া সম্পদ।" কৱিতাবিলাক ওখ থাপৰ আৰু আশা-শুধীয়া সাধনাৰ পৰিচায়ক। ভাৱে গঢ়ে সি অসমীয়া।

অসমৰ আগশাৰীৰ ছাপাখানা নিউ প্রেছ বহুত কাললৈকে আগৰৱালাৰ কার্য্যকুশলতাৰ কীৰ্ত্তিস্তম্ভ হৈ থাকিব। নিউ প্রেছৰ পৰা প্রকাশিত 'অসমীয়া' আজি অসমৰ আটাইতকৈ পুৰণি বাতৰি-কাকত। এই দুয়োটি বস্তুৱেই যাউতিযুগীয়াকৈ ৰওক। এয়ে আমাৰ ভগৱন্তৰ ওচৰত সৰল মিনতি। বেজবৰুৱাৰ "বাঁহী"য়েও এদিন নিউ প্রেছৰ পৰা সুললিত তান ধৰিছিল। একেলগে ব্যৱসায়-বুদ্ধি আৰু দেশসেৱাত ব্ৰতী হৰিবিলাসৰ সুপুত্র চন্দ্রকুমাৰো আছিল এজন ডাঙৰ চাহখেতিয়ক। তামোলবাৰী চাহৰ কথা অসমৰ কোনে নাজানে ?

আমি এই গৰাকী সুপুৰুষলৈ আমাৰ কৃতজ্ঞতা আৰু ভক্তিৰ অর্ঘ্য আগবঢ়াই তেওঁৰ বিয়োগ-সন্তপ্ত-পৰিয়াললৈ আমাৰ সহ-বেদনা প্রকাশ কৰিলোঁ।

---